মহাপুৰুষ

শ্ৰীশ্ৰীমাধৱদেৱৰ দ্বাৰা

অনুবাদিত।

# নাম-মালিকা।





শ্ৰীআহোক ৰাম আতৈ

বুঢ়াভকত।

# নাম-মালিকা।

পৰম মহন্ত শ্ৰীপুৰুষোত্তম গজপতি

মহাৰাজ সংগ্ৰহ কৰতা।

মহাপুৰুষ শ্ৰীশ্ৰীমাধৱ দেৱৰ দ্বাৰা

সংস্কৃতৰ পৰা অসমীয় অনুবাদিত।

শ্ৰীআহোৰু ৰাম আতৈ বুঢ়াভকতৰ

দ্বাৰা প্ৰকাশিত।

বড়পেটা স্থান বালাৰ বাহা

দক্ষিণ হাটি

প্ৰথম সংস্কৰণ

শক ১৮৫৮

বৰপেটা সেৱক প্ৰেছত

এচ, শৰ্ম্মাদ্বাৰা ছাপা।

মূল্য আঠ অনা।

# অৰ্পণ ।

৺মাহিৰাম আতৈ খুড়াজকতৰ
স্বৰ্গীয় আত্মাৰ তৃপ্তিৰ অৰ্থে
শ্ৰদ্ধা ভক্তিৰে সৈতে
নাম মালিকা গ্ৰন্থ
অৰ্পণ
কৰিলোঁ ।

———:×:———

# পাতনি

—*—

শ্ৰীপুৰুষোত্তম গজপতি নামে এজন পৰম মহন্ত হিন্দু ৰজাই আজ্ঞা দেশ দেশান্তৰৰ পণ্ডিত বিপ্ৰ সকলৰ সহিতে যেখেতেৰ পবিত্ৰ ৰাজ সভাত পুৰাণ ভাৰত, গীতা ভাগৱত আদি পুথিৰ শেষত নাম দিয়া শাস্ত্ৰ বিলাক আলোচনা কৰি সাৰতত্ত্বক জানি সিদ্ধান্ত কৰিলে যে একমাত্ৰ হৰি নামে প্ৰাণীসকলৰ মোক্ষৰ উপায়। এই থিৰ কৰি হৰি নাম মহিমা সংগ্ৰহ কৰি নামমালিকা নামে শাস্ত্ৰখন সংস্কৃত ভাষাত লিখে। মহাপুৰুষ মাধৱদেৱ যেতিয়া ভেলাৰ স্থানত আছিল কুচবিহাৰ ৰাজ্যৰ লক্ষ্মীনাৰায়ণ ৰজাৰ মুখ্য পাত্ৰ হিক কাজিয়ে এই পুথিখন মহাপুৰুষ মাধৱদেৱক দি অসমীয়া ভাষাত অনুবাদ কৰিবলৈ অনুৰোধ কৰাত শেষ জীৱনত এই গ্ৰন্থখন পাই পৰম আনন্দ পালে আৰু মামা অমৃতময় ছন্দেৰে অসমীয়া ভাষাত ভাঙিলে। শেষ কালত উজনৰ পদ্ম আতাক লাগ পায় গাবৰদলি নামঘৰ সেৱকক শুনাই কলে শ্ৰীশঙ্কৰ গুৰুজনে দিয়া জপৰমালা মামগোৱা মধুৰা তাল আমাৰ শেষ লেখনি নাম মালিকা

পাছ আশ্ৰয়ি সেৱা কৰি আছিলো। এতিয়া তেওঁক আপোনা কৰিলো। আমাৰ এই জনবন্ধুলৈ উজানৰ বিচৰত ধৰ্ম্ম প্ৰচাৰ কৰাইছে তোমাৰ বাক শুনি অসমে সম্ভৱ, অন্ধলোৰ চকুৰ, নিৰ্ধনীৰ ধন হব, সদায় ভকতবস্তু পাবা। এনে অমৃতময় বাণী শুনি আতা টিকাই পৈ কমলাবাৰি সত্ৰপাতি নামমালিকা শাস্ত্ৰ থাপন কৰি ধৰ্ম্ম প্ৰচাৰ কৰিলে সেই দিনৰ পৰা এই শাস্ত্ৰখন সাধু মহন্ত সকলে পৰম ভক্তি ভাবেৰে থানে সত্ৰে থাপনা সন্ধ্যাপে ৰাখিছে। আমাৰ স্বৰ্গীয় কাহিৰাম আতৈ বুড়াভকতে এই পুথিখন আমাক প্ৰকাশ কৰিব বাক্য বুলিছিল, তেখেতৰ পবিত্ৰ বাক্যত আৰু স্বৰ্গীয় আত্মাৰ তৃপ্তিৰ অৰ্থে আজি ইয়াকে আঞ্জলিত লৈ তৰ্পণ কৰিলো। প্ৰভু শ্ৰীকৃষ্ণৰ কৃপায় সিদ্ধি হোৱা কৰ্ম্মৰ দ্বাৰা স্বৰ্গীয় আত্মাৰ তৃপ্তি হয় আৰু আমাক আনন্দ দিয়ে। এই পুথিৰ সম্পৰ্কে বড়পেটা স্থানৰ কল্পপূৰণা সাঁচি পাতৰ এখন আৰু আন আন মহন্তৰ হাৰ দুই তিনিখন মিলাই শোধন কৰা হৈছে। সন ১৩৪৩ ৮ আঘন।

শ্ৰী আহোক ৰাম আতৈ বুড়াভকত

শ্রীকৃষ্ণো জয়তি ॥

# নাম-মালিকা ।

জয় জয় কৃষ্ণ প্ৰভু প্ৰণত তাৰণ ।
মঙ্গলৰো সুমঙ্গল যাৰ গুণ গণ ॥
যাৰ নামে কৰে মহা পাপীকো নিস্তাৰ
হেন কৃষ্ণ পদে কোটি কোটি নমস্কাৰ ॥ ১ ॥
নমো নমো নাৰায়ণ জগত কাৰণ ।
ব্ৰহ্মাদিয়ো সেৱা কৰে যাহাৰ চৰণ ॥
মুকুত সকলো ফুৰে যাৰ নাম গাই ।
হেন কৃষ্ণ চৰণত প্ৰণামো সদায় ॥ ২ ॥
হে কৃষ্ণ কৃষ্ণ প্ৰভু তুমি কৃপাময় ।
যাৰ কৃপালেশে মনোৰথ সিদ্ধি হয় ॥
তুমিসে পৰম মোৰ গুৰু হৃষীকেশ ।
কৃপাদৃষ্টি চায়া মোক দিয়ো উপদেশ ॥ ৩ ॥
বাহিৰে ভিতৰে গুৰু তুমিসে কেৱল ।
দূৰ কৰা ভৃত্যৰ যতেক অমঙ্গল ॥

জানি কৃপাময় উপদেশ দিয়ো মোক।
তোমাৰ প্ৰসাদে আৰম্ভৰ সিদ্ধি হোক ॥ ৪ ॥
কৃষ্ণৰ চৰণে নমস্কাৰ কৰি মনে।
কৰোঁ নমস্কাৰ নিজ গুৰুৰ চৰণে ॥
সুপ্তপ্ৰায় আছিলেক মোৰ বুদ্ধি মন।
যাহাৰ কৃপাত ইটো ভৈল সচেতন ॥ ৫ ॥
হেন গুৰু চৰণত কৰি নমস্কাৰ।
মাধৱে ৰচিলা পদ নাম মালিকাৰ ॥
পুৰুষোত্তম্ নামে নৰেশ্বৰ গজপতি।
তান আজ্ঞাপালি দ্বিজগণ মহামতি ॥ ৬ ॥
পুৰাণ ভাৰত স্মৃতি আগমক চাই ॥
নানা গ্ৰন্থ সংগ্ৰহ কৰিল এক ঠাই ॥
কৃষ্ণ নাম মহিমা পাইলন্ত যত মান
লিখি আনি সবাকো কৰিলা এক থান ॥ ৭ ॥
ভৈল মগ্ন লোক কলি পাপ সাগৰত।
আসম্বাৰ.মহাহিত চিন্তিয়া মনত ॥
কৰিলন্ত কৃষ্ণনাম মাহমা প্ৰচাৰ।
আকে শুনি ভণি সুখে তৰোক সংসাৰ ॥ ৮
শুনা সভাসদ সবে বচন আমাৰ
মূঢ় হুয়া কৰো পদ নাম মালিকাৰ
ইহাত আমাক দোষ নিদিবা বিস্তাৰ।
ক্ষমাসে ভুষণ মহামহন্ত সবৰ ॥ ৯ ॥

নাহিকে শৃঙ্খল গ্ৰন্থ অতি নিৰৰ্থক ।
আৰ পদ কৰি কোনে মিলাইবে কৌতুক ॥
তথাপিতো বিৰুপাক্ষ কাজিৰ বচনে
বিৰছিবো পদ যেন লোৱে মোৰ মনে ॥ ১০ ॥
ইহাত অধিক দোষ নিদিবাহা মোক ।
কৃষ্ণনাম গুণ শুনি সন্তোষ হুয়োক ॥
থিৰ মন কৰি সবে দোখয়ো বিচাৰি ।
কলিত তৰিবে আৰ কোন পুণ্যে পাৰি ॥ ১১ ॥
পৰম দুৰ্জ্জন কলি দুষ্ট দুৰাচাৰ ।
কৰিলে মলিন চিত্ত সমস্ত প্ৰজাৰ ॥
পাতকীৰ একো কৰ্ম্মে নাহি অধিকাৰ ।
কৃষ্ণ নাম গায়া সুখে তৰোক সংসাৰ ॥ ১২ ॥
নাম মালিকাৰ পদ কৰিবাক মনে ।
নামৰ প্ৰসঙ্গ কহোঁ শুনা মহাজনে ॥
আদি সত্যযুগে ধৰ্ম্ম আছিল নিৰ্ম্মল ।
কৃষ্ণ নাম গুণ যশ পৰম মঙ্গল ॥ ১৩
আছিল উপাস্য দেৱ কৃষ্ণেসে কেৱলে ।
কৃষ্ণকেসে সেৱা মাত্ৰ কৰন্ত সকলে ॥
যতেক মনুষ্য কৃষ্ণগুণ নাম গাই ।
তৰিয়া সংসাৰ বৈকুণ্ঠত লয়ে ঠাই ॥ ১৪ ।
নাহি পাপলেশ সমস্তৰে শুদ্ধ চিত্ত ।
উপজি মাত্ৰকে লোক হোৱে কৃতকৃত্য ॥

এতেকেসে সি কালৰ সত্যযুগ নাম।
সিকালৰ লোকৰ নাছিল আন কাম ॥ ১৫ ।
কৃষ্ণ সেৱা বিনে ধৰ্ম্ম নাছিলেক আন ।
কৃষ্ণেসে কেৱলে দেৱ উপাস্য প্ৰধান ॥
নাম বিনে নাহি বৰ্ণাশ্ৰম একো বিধি ।
কৃষ্ণৰ সেৱাত মহা সুখে সাধে সিদ্ধি ॥ ১৬
প্ৰণৱ বিনায় নাছিলেক আন শাস্ত্ৰ ।
নাহি আন কৃত্য নাম গুণ গাৱে মাত্ৰ ॥
সত্য গুচি ভৈল ত্ৰেতা যুগ উপগত ।
দেখি ব্ৰহ্মা আদি দেৱগণ আছে যত ॥ ১৭ ।
একথান হুয়া কৰিলন্ত আলোচন '
কৃষ্ণ বিনে আমাক নভজে একো জন ॥
কৃষ্ণক ভজিয়া সবে সংসাৰ তৰয় ।
কতেক কৰিবো একো সৃষ্টি নবাঢ়য় ॥ ১৮ ।
কেনমতে কৃষ্ণৰ ভকতি হোৱে ছন্ন ।
নতবোক লোক হৌক সৃষ্টি প্ৰবৰ্ত্তন ॥
হেনয় আলোচ কৰি যত দেবগণ ।
নিৰন্তৰে কৰিলা কৃষ্ণক আৰাধন ॥ ১৯ ।
দেবতাৰ ভকতি দেখিয়া নাৰায়ণ ।
তুষ্ট হুয়া দেৱতাক দিলা দৰিশন ॥
আশ্বাসিয়া সমস্তকে বুলিলা বচন ।
মোৰ ভক্তি ছন্ন হৌক তোমাসাৰ মন ॥ ২০।

কৰা উপগ্ৰন্থ যাৰ যেন মনে লয় ।
যেন মতে আহ্মাৰ ভকতি ছন্ন হয় ॥
নানা ধৰ্ম্ম কৰ্ম্ম দেখায়োক নানা সুখ ।
তাক দেখি হোক লোক আমাত বিমুখ ॥ ২১ ॥
তুমি সবো পাইবা পূজা বাঢ়িবেক স্তুষ্টি ।
কৃষ্ণৰ বচন যেন অমৃতৰ বৃষ্টি ॥
দেৱতা যবক কৃষ্ণে কৰি বৰ দান ।
মহেশকো আজ্ঞা হৰি দিলা বিদ্যমান ॥ ২২ ॥
নানা বিধ কল্পিত আগম কাৰয়োক ।
নানা ধৰ্ম্ম দেখায়া গুপুত কৰা মোক ॥
কৃষ্ণৰ মোহন বা ী কেহোঁ নাকলিল ।
কেবলে মহেশে মাত্ৰ ইহাক তৰ্কিল ॥ ২৩ ॥
শুনিয়া মহেসে আ‌তি পাইলা অসন্তোষ ।
কৃষ্ণক অবজ্ঞা কৰিলত হোৱে দোষ ॥
বুলিল বচন ধৰি কৃষ্ণচৰণত ।
তোহ্মাক যদ্যপি ছন্ন কৰো আগমত ॥ ২৪
অমোচন পাপ তেবে হৈবেক আমাৰ ।
কোটি কলপতো আৰ নেদেখোঁ নিস্তাৰ ॥
সহস্ৰেক ব্ৰহ্ম বধ যদি কৰে নৰে ।
তোহ্মাৰ সেৱাত তাকো অনায়াসে তৰে ॥ ২৫
তোহ্মাক অবজ্ঞা প্ৰভু কৰে যিটো জন ।
কোটি কলপতো তাৰ নেদেখোঁ মোচন ॥

তথু আজ্ঞা নকৰিবোঁ ইয়ো দোষ অতি।
শুনিয়া মাধৱে তাঙ্ক বুলিলন্ত মাতি ॥২৬।
ভাল তুমি শূলপাণি তৰ্কিলা আম্মাক।
যিমতে এৰাইবা দোষ শুনা কহোঁ তাক ॥
আমাৰ সহস্ৰ নাম দিবোহোঁ তোমাক।
অনুদিনে এক চিত্তে জপিবা তাহাক ॥ ২৭।
এৰাইবাহা তেবে অপৰাধ নিৰন্তৰ।
মোহোৰ পৰম প্ৰিয়তম হৈবা হৰ ॥
আপুনতো কৰি শ্ৰেষ্ঠ দেখিবোঁ তোম্মাক।
মোৰ নাম লৈয়া বশ্য কৰিবা আম্মাক ॥ ২৮।
এহি বুলি কৃপাময় প্ৰভু ভগৱন্ত।
দিব্য সহস্ৰেক নাম শিৱক দিলন্ত ॥
নিজ ভক্তিপন্থ নাম মহেশত থৈলা।
তাহাক আশ্বাস কৰি বৈকুণ্ঠক গৈলা ॥ ২৯।
কৃষ্ণৰ ভকতি লুপ্ত সমুলি নভৈল।
সৰ্ব্বোত্তম ধৰ্ম্ম নাম মহেশত ৰৈল।
কৃষ্ণ আজ্ঞা শুনি দেৱ মুনিগণ যত।
কৰিলন্ত আগম পুৰাণ নানা মত ॥ ৩০।
তৰ্ক বেদ বেদান্ত ভাৰত ইতিহাস।
নানা স্মৃতি তন্ত্ৰ মন্ত্ৰ কৰিলা প্ৰকাশ ॥
বৰ্ণাশ্ৰম ধৰ্ম্ম কৰ্ম্ম জ্ঞান তীৰ্থ ব্ৰত।
নানা যোগ ধ্যান জ্ঞান কৰিলা বেকত ॥ ৩১।

তপ জপ যাগ যোগ নানা যজ্ঞ দান ।
নানা বিধ নিষেধ দেখাইলা বিগ্তমান ॥
নানা স্বৰ্গ নৰক দেখায়া সুখ দুঃখ ।
লোকক কৰাইলা সবে হৰিত বিমুখ ॥ ৩২ ।
তাতে ভকিলন্ত কতো কতো মহাজন ।
কৃষ্ণৰ ভকতি নাম সবে ভৈল ছন্ন ॥
কহিলোহোঁ আমি ধৰ্ম্ম কৰ্ম্ম যত বিধি ।
মাধৱৰ নাম বিনে কৰো নাহি সিদ্ধি ॥ ৩৩ ।
মন্ত্রে তন্ত্রে দেশে কালে ছিদ্র পৰে যত ।
কৃষ্ণৰ নামেসে তাকো কৰে সমাপত ॥
পৰম নিবৃত্তি ধৰ্ম্ম মাধৱৰ নাম ।
যাত হন্তে পায় ধৰ্ম্ম অৰ্থ মোক্ষ কাম ॥ ৩৪ ।
হেন মাধৱৰ নাম কৰিয়া গুপুত ।
প্ৰবৃত্তি ধৰ্ম্মক মাত্ৰ দেখাইলো বহুত ॥
কৃষ্ণৰ মোহন বাণী নুবুজিলো আমি ।
জানিলো আহ্মাক বঞ্চিলন্ত কৃষ্ণ স্বামী ॥ ৩৫ ॥
এহি মনে চিন্তি মহামুনিগণ যত ।
থাপিলা কৃষ্ণৰ নাম সমস্তে শাস্ত্ৰত ॥
অনেক জন্মৰ যাৰ সুকৃতি থাকয় ।
পাইবেক বিচাৰি নাম সিটো মহাশয় ॥ ৩৬ ।
অনেক জন্মৰ মহা পাপ আছে যাত ।
সবেৰ কৃষ্ণৰ নাম নিন্দিবে সাক্ষাত ॥

কৃষ্ণৰ ভকতি তেজি কৰি আত্মঘাত।
ঘোৰ সংসাৰত কৰিবেক আয়াযাত ॥ ৩৭ ।
মহাপাপী অন্ত্যজাতি কৃষ্ণ নামগায়া।
মহাসুখে তৰিবে দুৰ্ঘোৰ কালমায়া ॥
কৃষ্ণৰ নামত আছে যতেক মহিমা।
আপুনি ঈশ্বৰে যাৰ নপাইলন্ত সীমা ॥ ৩৮ ।
অতৰ্ক প্ৰভাৱ নাম ধৰ্ম্ম অদভুত।
যাক গায়া ফুৰে যত জীৱন মুকুত ॥
হেনয় নামৰ তত্ত্ব জানিবাক মনে।
কহিলা মাহিমা যাৰ যেন লৈল মনে ॥ ৩৯ ।
আৰু এক যুগুতি শুনিয়ো অনুপাম।
সমস্তে ধৰ্ম্মৰ ফল মাধৱৰ নাম ॥
মুকুতিৰো উপৰত যিটো প্ৰকাশয়।
যিটো নামে মাধৱক অধীন কৰয় ॥ ৪০ ।
হেন নামে পাপীক তাৰিবে কোন কথা।
জানি মাধৱৰ নাম লৈয়োক সৰ্ব্বথা ॥
কহিলো প্ৰসঙ্গ কথা যেন লৈলে মনে।
আবে নাম মালিকা শুনিয়ো সাবধানে ॥৪১।
নামৰ মহিমা কিছু কহোঁ বিত্তমান।
শুনিবাক প্ৰতি কৰা চিত্ত সাবধান ॥
দূৰ হৌক বিষয়ৰ আছে যত দোষ।
নিৰন্তৰে নৰে কৰিয়োক হৰি ঘোষ ॥ ৪২ ।

পৰম মহন্ত গজপতি পুৰুষোত্তমে।
লিখাইআছে শ্লোক চয় যেন অনুক্রমে ॥
সেহি অনুক্রমে আমি ৰচিবোঁ পয়াৰ।
কৃষ্ণৰ প্ৰসাদে হৌক লোকত প্ৰচাৰ ॥ ৪৩।
শুনিয়োক প্ৰথমতে ব্ৰহ্মপুৰাণত।
কহিয়া আছন্ত যেন নামৰ মহত্ত ॥
ভক্তিভাৱে যিটো জনে মাধৱক স্মৰে।
তাহাৰ মহিমা কহিবেক কোন নৰে ॥ ৪৪।
অজ্ঞানতো আন চিত্তে মাধৱৰ নাম।
যিটো জনে কীৰ্ত্তন কৰয় অবিশ্ৰাম ॥
জ্ঞানশূন্য হুয়া ক্রোধ কৰিয়া কৃষ্ণক।
অহৰ্নিশে সুমৰয় কৃষ্ণৰ নামক ॥ ৪৫
তথাপিতো সমস্তে দোষকে ক্ষয় কৰি।
দুৰ্ল্লভ মুকুতি পাৱে সংসাৰক তৰি ॥
আৰু আদভুত হেন নলৈবা মনত।
শুনিয়োক ইহাৰ দৃষ্টান্ত যেন মত ॥ ৪৬।
বীৰ শিশুপালে মাধৱক ক্ৰোধ কৰি।
অহৰ্নিশে থাকে সিটো কৃষ্ণক সুমৰি।
সুমৰন্তে সুমৰন্তে তনময় ভৈল।
কৃষ্ণৰ হাতত মৰি বৈকুণ্ঠক গৈল ॥ ৪৭।
শুনিয়োক আৰু সেহি ব্ৰহ্ম পুৰাণত।
নামৰ মহিমা পিতৃ ভকতি প্ৰভাৱত ॥

জলেমগ্ন হুয়া পিতৃগণ নিৰন্তৰে ।
একচিত্ত মনে মাধৱক স্তুতি কৰে ॥৪৮॥
হে প্ৰভু নাৰায়ণ জগন্ত নিবাস ।
আপোনাৰ উৎকৰ্ষক কৰিয়ো প্ৰকাশ ॥
তোহ্মাৰ প্ৰসাদে হৌক আহ্মাৰ উদয় ।
জলেমগ্ন হুয়া আমি আছোঁ কৃপাময় ॥ ৪৯ ॥
আহ্মাক উদ্ধাৰ আসি কৰা কৃষ্ণ বাপ ।
কৰোঁহো কীৰ্ত্তন আমি নিৰ্ম্মল প্ৰতাপ ॥
ঘোৰ দৰশন নিদাৰুণ নিশাচৰে ।
মহাভয় দিয়া আমাসাক পীড়া কৰে ॥৫০॥

শৰণ্য আনজন ।

ত্ৰাস হুয়া লৈলো আমি তোহ্মাত শৰণ ॥
বৰাহ স্বৰূপে তুমি হুয়া অৱতাৰ ।
কৰিলাহা যেন মতে পৃথিবী উদ্ধাৰ ॥৫১॥
সেহি মতে দুষ্ট দৈত্য গণক জিনিয়ো ।
আমৰা সবক প্ৰভু ৰক্ষাকৰি নিয়ো ॥
হৃ কৃষ্ণ বিষ্ণু নৰায়ণ মহেশ্বৰ ।
পৰম পুৰুষ তুমি নাথ বৈকুণ্ঠৰ ॥৫২॥
কেৱলে তোহ্মাৰ নাম কৰন্তে কীৰ্ত্তন ।
পলায় দশোদিশে ভাগে নিশাচৰগণ ॥
ভুত প্ৰেত গণো ভয়ে নানা থানে যায় ।
নাম ধ্বনি শুনি নানা বিঘ্নি লাগে ঠাই ॥৫৩॥

---

উৎকৰ্ষক-মহিমাক

তমুনামে যেন মন্তে নানা দোষ হৰে।
সেহিমন্তে অধৰ্ম্মাদি শত্রু-নাশ কৰে॥
তোমাৰ নামৰ প্ৰভু মহিমা অপাৰ
হৰে পুৰুষৰ ঘোৰ সংসাৰ নিকাৰ॥৫৪॥
যত মোক্ষ ধৰ্ম্ম আদি সিয়ো পূৰ্ণ হয়।
জীৱন্তুতে পুৰুষক মুকুত কৰয়॥
হেনয় তোমাত আমি পশিলোঁ শৰণ।
আমাসাক ৰাখি সংহৰিয়ো দৈত্যগণ॥৫৫॥
পিতৃগণ স্তুতিশুনি প্ৰভু ভগৱন্ত।
দৈত্যক সংহৰি তাসম্বাক ৰাখিলন্ত॥
এহিমন্তে ইসব প্ৰসঙ্গ আৰে থঞো।
আৰু শুনা নামৰ মহিমা কিছু কঞো॥
কপট স্বৰূপে যিটো কৃষ্ণক সুমৰে।
জনাৰ্দ্দন বুলিয়া কীৰ্ত্তন মুখে কৰে॥
অন্তকালে তনু তেজি সিটো মহাশয়।
অনায়াসে পায়ে বিষ্ণুলোকে অনাময়॥৫৭॥
কোনে কহি পাৰে সীমা নামৰ মহত্ত।
শুনা যেন কহি আছে পদ্ম পুৰাণত॥
মহাদুষ্ট সৰ্প ইটো দুৰ্ঘোৰ সংসাৰ।
এহি দংশি চেতন কৰিলে নষ্ট যাৰ॥৫৮॥
তাৰ এক ঔষধ জানিবা কৃষ্ণনাম।
কৃষ্ণনামে এক মহামন্ত্ৰ অনুপাম॥

বিটো শুনে কৃষ্ণনাম বৈষ্ণব মন্ত্রক।
কবে পান কৃষ্ণনাম মহা ঔষধক ॥৫৯॥
সংসাব সর্পব বিষ কবিয়া নির্জ্জান।
মুক্ত হুয়া পবম পদত পাবে থান ॥
জানিয়া বিষ্ণুক নব স্মবিয়ো সতত।
কদাচিতো তাঙ্ক নপাশবিবা মনত ॥৬০॥
সংসাবত যত বিধি নিষেধ আছয়।
ই দুইব কিঙ্কব আক জানিবা নিশ্চয় ॥
বিষ্ণুক যিজনে জানা সততে সুমবে।
তাহাব বিধিব কর্ম্ম সিজে নিবন্তবে ॥৬১॥
বিটো জনে থাকে জানা বিষ্ণুক সুমবি।
পাবয় নিশেষ ফল জানা নিষ্টকবি ॥
অনাময় পবম ইশ্বব নাবায়ণ।
তাঙ্ক নিতে কীর্ত্তন কবয় যিটোজন ॥৬২॥
চিত্তো শুদ্ধ-হোবে মহাপাপ শঙ্কটত।
নকবিবা আত কিছু সংশয় মনত ॥
যথা মন তথাত থাকোক নব সুখে।
কৃষ্ণ কৃষ্ণ কীর্ত্তন কবোক মাত্র মুখে ॥৬৩॥
এতেকে বিশুদ্ধ চিত্ত হোবয় স্বভাবে।
পবম গতিক সিটো অনায়াসে পাবে ॥
আক শুনিয়োক যেন পদ্মপুবাণতে।
কৃষ্ণক বিধাতা স্তুতি কবন্ত বেকতে ॥৬৪॥

থিতাতে থাকয় মুহি প্ৰয়াণ কালত ।
হৰিৰ নামক কৰে কীৰ্ত্তন সতত ॥
সঙ্গে তাৰ পাতক সমূহ নষ্ট হয় ।
পৰম পদক পায়ে সিটো মহাশয় ॥৬৫॥
হোৱয় কৃতাৰ্থ যাৰ নাম কীৰ্ত্তনত ।
কৰোঁ নমস্কাৰ হেন কৃষ্ণ চৰণত ॥
চৈতন্য স্বৰূপ আত্মা প্ৰভু ভগৱন্ত ।
যাহাৰ নামৰ মহিমাৰ নাহি অন্ত ॥৬৬॥
পৰম কৃপালু দেৱ প্ৰভু নাৰায়ণ ।
সদায় প্ৰণামো তান অৰুণ চৰণ ॥
পৰম অনল ইটো মহা মোহ চয় ।
জাজ্বল্য স্বৰূপে সৰ্ব্ব লোকত জ্বলয় ॥৬৭॥
ইহাৰ জ্বালায়ে সদা শৰীৰ দহয় ।
হৰয় চেতন শ্ৰুতি জ্ঞান নপাৱয় ॥
মহা মেঘ প্ৰায় মাধৱৰ নাম চয় ।
তাহাৰ ছাঞাত যিটো প্ৰবেশ কৰয় ॥৬৮॥
মহামোহ বহ্নি আৰ তাহাক নদহে ।
তাপদুঃখ এৰায় মহা সুখী হয়া ৰহে ॥
যিটো জনে আলাসক কৰি পৰিহাৰ ।
নাৰায়ণ নামক উচ্চৰে এক বাৰ ॥৬৯॥
এতেকতে সিটো জনে হয়া শুদ্ধচিত্ত ।
সুখে গৈয়া নিৰ্ব্বাণ পদত হোৱে থিত ॥

পৰম শ্ৰদ্ধায়ে যুক্ত হুয়া যিটো জন।
হৰিৰ নামক কৰে সদায় কীৰ্ত্তন ॥৭০॥
সুৱৰ্ণ হৰণ মহা পাতক শাস্ত্ৰত।
হোৱয় পবিত্ৰ সিটো যেহেন মুকুত ॥
যদি ভক্ত সবে কেশৱক প্ৰসঙ্গত।
একবাৰ মান মাত্ৰ সুমৰে মনত ॥ ৭১ ॥
তাৰাসবো ধ্বংস কৰি পাতক সকলে।
বিষ্ণুৰ পৰম পদ আনন্দতে চলে ॥
পৰম দুষ্কৃত কাৰি পাপশীল জন।
কৰে বহুবাৰ হৰি নামক কীৰ্ত্তন ॥৭২॥
পাপ সমূহত সিয়ো হোৱয় মুকুত।
মহাজনে আক নেদেখিবা অদভুত ॥
নামৰ মহিমা কিবা কহি [illegible]ধিক।
শুনা যেন হৰে বুলিলন্ত পাৰ্ব্বতীক ॥৭৩॥
শুনিয়ো পাৰ্ব্বতি তুমি বচন আম্মাৰ।
একো কৰ্ম্মে ধৰ্ম্মে নৰে নতৰে সংসাৰ ॥
জগতৰো ধৰ্ম্মক আচৰি শুদ্ধভাৱে।
তথাপিতো সৰ্ব্বেশ্বৰ বিষ্ণুক নপাৱে ॥ ৭৪ ॥
হেনবা হৈবেক শঙ্কা মনত তোমাৰ।
একোৱে প্ৰকাৰে যেবে নতৰে সংসাৰ ॥
তেবে কেনমতে নৰে পাইবেক বিষ্ণুক।
শুনিয়ো সিদ্ধান্ত কৰি মনত উৎসুক ॥৭৫॥

মুকুতি পদক প্ৰতি ইচ্ছা আছে যাৰ ।
বাসুদেৱ ভকতিসি জানা মুখ্যভাব ॥
বাসুদেৱ বিনায় আনত নেদে মতি ।
বোলে বাসুদেৱেসে কেৱলে মোৰ গতি ॥৭৬॥

কিন্তু সিটো নৰজানা ভোগী আতিশয় ।
নানান বিষয়ে তাক আকুল কৰয় ॥
পৰকো পৰম তাপ দেয় নিতে নিত ।
জ্ঞান বিৰকতি তাত নাহিকে কিঞ্চিত ॥ ৭৭ ।

সম দম আদি ব্ৰহ্মচৰ্য্য ধৰ্ম্ম যত ।
নাহি আন পূ্য তপজপ তীৰ্থ ব্ৰত ॥
চিত্তক নিৰ্ম্মল আছি কৰে যিটো কৰ্ম্মে ।
পৰম তত্ত্বক জানা পায় সিটো ধৰ্ম্মে ॥ ৭৮ ।

সিটো ধৰ্ম্ম কৰ্ম্ম জানা সমস্তে বৰ্জ্জিত ।
বিষয়ৰ চিন্তাত আকুল আতি চিত্ত ॥
কেৱল চিত্তত কৰি বিষ্ণুক নিশ্চয় ।
তানে নাম ব্যক্তে মাত্ৰ কীৰ্ত্তন কৰয় ॥ ৭৯ ।

হেনয় মনুষ্যে সুখে পাৱে যেন গতি ।
সমস্তে ধাৰ্ম্মিকো তাক নপাৱে পাৰ্ব্বতি ॥
এতেকে পাৰ্ব্বতী তুমি জানা নিষ্ঠ কৰি ।
নাহি ধৰ্ম্ম বিষ্ণু নাম কীৰ্ত্তনৰ সৰি ॥ ৮০ ।

এহি মানে থৈলো মহেশ্বৰ বচনক ।
জানি সৰ্ব্বজনে লৈয়ো কৃষ্ণৰ নামক ॥
পুনৰপি শুনা হৰি নামৰ মহত্ত ।
কহিয়া আছন্ত যেন বিষ্ণু পুৰাণত ॥ ৮১ ।

পৰাশৰে কহিয়া আছন্ত মৈত্ৰেয়ন্ত ।
মাধৱৰ নামৰ মহিমা যেন মত ॥
হৰি নাম লঞো হেন নাহিকে মনত ।
কৰে কৃষ্ণ নামক কীৰ্ত্তন অজ্ঞানত ॥ ৮২ ।

তথাপি সমস্তে পাপে চাড়ি পুৰুষক ॥
তেতিক্ষণে পলাই যায় দূৰ:তো দূৰক ।
সিংহ হন্তে ত্ৰাস হয়া যেন মৃগগণে ।
পলায় গৈয়া লৰবিয়া পশে ঘোৰ বনে ॥ ৮৩ ।

সমস্তে কালতে হৰি নাম বিনে আন ।
নাহি গতি তথাপিতো কলিত প্ৰধান ॥
সত্যযুগে যোগীসবে কৰিয়া সমাধি ।
যেন যত ফল পাৱে কৃষ্ণক আৰাধি ॥৮৪॥

তাহাতো কৃষ্ণৰ দশ নাম যদি লয় ।
সমাধিৰ ফল যোগী তেবেসে পাৱয় ॥
নিয়মে সংযমে চিত্ত সাৱধান কৰি ।
ত্ৰেতাযুগে নানা বিধ যজ্ঞে যজি হৰি ॥ ৮৫

মাধৱৰ আঠগোটা নামক উচ্চৰে ।
তেবেসে যজ্ঞৰ ফল পাৱে জানা নৰে ॥
নানা তন্ত্ৰে মন্ত্ৰে পূজা কৰে দ্বাপৰত ।
হৰিৰ দ্বাদশ নাম জপয় সতত ॥ ৮৬ ।

নাম কীৰ্ত্তনেসে সাঙ্গ কৰয় পূজাক ।
তেবেসে পূজাৰ যেন ফল পাৱে তাক ॥
ধ্যান যজ্ঞে পূজাৰ কহিছে যেন ফল ।
হৰিৰ নামেসে তাক সাধয় সকল ॥ ৮৭ ।

---

কলিৰ লোকৰ চিত্ত মলিন অপাৰ।
আন একো ধৰ্ম্মত নাহিকে অধিকাৰ॥
কেৱলক কৰে মাত্ৰ কীৰ্ত্তন কেৱল।
পাৱে অনায়াসে ধ্যানাদিৰ যেন ফল॥ ৮৮॥
কীৰ্ত্তনৰ ফল আৰু পাদেৱ শ্ৰেষ্ঠতৰ।
কলিত কীৰ্ত্তনে হোৱে নাৰায়ণ পৰ॥
এতেকেহে কলিযুগ শ্ৰেষ্ঠ অতিশয়।
সত্যাদিৰ লোকে জন্ম কলিত বাঞ্ছয়॥
কলিত কৃষ্ণৰ নাম কীৰ্ত্তন কৰিয়া।
পাৱয় পৰম পদ সংসাৰ তৰিয়া॥
শুনিয়ো মৈত্ৰেয় মাধৱৰ নাম চয়।
ভক্তিভাৱে যিটো জনে কীৰ্ত্তন কৰয়॥ ৯০॥
অনাদি জন্মৰ যত পাপ আছে তাৰ॥
নামৰ কীৰ্ত্তনে কৰে নিঃশেষে সংহাৰ।
কৃষ্ণৰ কীৰ্ত্তন মহা অগ্নিৰ সমান।
পাপৰ দাহক নাহি নাম বিনে আন॥ ৯১॥
যেন সুৱৰ্ণৰ ধাতু মিশ্ৰ যত মল।
পেৱলে বহ্নি সি তাক দহয় সকল॥
অগনিত পৰে আৰ যতেক উপায়।
সুৱৰ্ণৰ মল যেন শুছান নযায়॥ ৯২॥
সেহিমতে হৰি নাম কীৰ্ত্তনত পৰ।
আন ধৰ্ম্মে চিত্ত শুদ্ধ নুহি পুৰুষৰ॥

এতেকেসে হৰিনাম ধৰ্ম্মতে প্ৰধান।
জগতত নাহি পুণ্য নামৰ সমান ॥ ৯৩ ॥
হৰিনাম কীৰ্ত্তনেসে ধৰ্ম্ম ভৈল যাৰ।
এৰাইলেক সিজনে যমৰো অধিকাৰ ॥
যমৰ বচনে আৰু প্ৰমাণ লৈয়োক।
বোলন্ত শুনিয়ো মোৰ যত দূত লোক ॥ ৯৪ ॥
যিটো মহাজনে ভৈল মাধৱৰ দাস।
কদাচিতো নচাপিবি তাসম্বাৰ পাশ ॥
মাধৱৰ দাসৰ লক্ষণ যেন মত।
কহো স্পষ্ট কৰি শুন সবাৰো আগত ॥ ৯৫ ॥
হে বিষ্ণু বাসুদেৱ কমল নয়ন।
অচ্যুত ধৰণীধৰ দেৱ সনাতন ॥
শঙ্খ চক্ৰ গদাপাণি প্ৰভু নাৰায়ণ।
হে কৃষ্ণ তুমি মোৰ ত্ৰৈলোক শৰণ ॥ ৯৬ ॥
এহি মতে হৰি নাম যি জনে সুমৰে।
নাহিকে নিষ্পাপী আৰু সি জনত পৰে ॥
হে দূতগণ মোৰ বাক্য মনে ধৰি।
তাসম্বাক ফুৰিবি দূৰতে পৰিহৰি ॥ ৯৭ ।
এহি মানে সংহৰিলো যমৰ বচন।
কৃষ্ণতেসে যি জনৰ নিমজ্জিল মন ॥
কদাচিতো নৰকে নযাইৱে সিটো নৰ ॥
স্বৰ্গো মহা বিঘিনি জানিবা সিজনৰ ॥ ৯৮ ॥

কৃষ্ণতেসে চিত্ত জানা নিমজ্জিল যাৰ।
ব্ৰহ্মাৰো উত্তম-পদ অতি অল্প তাৰ॥
কৃষ্ণকেসে চিত্তত ধৰিয়া নিৰন্তৰে।
একচিত্তে কৃষ্ণক ভাবনা মাত্ৰ কৰে॥ ৯৯॥
তাৰ আৰ লাভ কিবা কহিবোঁ অধিক।
দেন্ত ভগৱন্তে তাক অব্যয় মুক্তিক॥
অচ্যুত কীৰ্ত্তনে মাত্ৰ মুকুতি পাৱয়।
কোন ইটো চিত্ৰ তাৰ পাপ হুইবেক ক্ষয়॥ ১০০॥
জপ হোম যজ্ঞ পূজা আদি সময়ত।
থৈল যাৰ মন বাসুদেৱ চৰণত॥
ইন্দ্ৰ পদ আদি কৰি আছে যত ফল।
জানিবা মৈত্ৰেয় তাৰে বিঘিনি সকল॥ ১০১॥
তপ জপ যজ্ঞ যাগ যোগ তীৰ্থ ব্ৰত।
কৰ্ম্ম ৰূপ প্ৰায়শ্চিত্ত কহি আছে যত॥
সি সবে পাপক শুদ্ধি নকৰে সিমতে।
কৃষ্ণক স্মৰণে পাপ হৰে যেন মতে॥ ১০২॥
এতেকে যতেক আছে প্ৰায়শ্চিত্ত গণ।
সবাহন্তে শ্ৰেষ্ঠ কৃষ্ণ নামৰ স্মৰণ॥
পাপকৰি অনুতাপ উপজিল যাৰ।
জানা অনুতাপে এক প্ৰায়শ্চিত্ত তাৰ॥ ১০৩॥
তথাপিতো তাহাৰ নিৰ্ম্মল নুহি চিত্ত।
হৰিনাম কীৰ্ত্তনেসে মুখ্য প্ৰায়শ্চিত্ত॥

কৃষ্ণৰ স্মৰণ আৰু মহিমা যিমত।
দেখাওঁলো স্পষ্ট কৰি প্ৰহ্লাদৰ বচনত ॥ ১০৪
শুনা সভাসদ পদ নাম মালিকাৰ।
মাধৱৰ নাম ধৰ্ম্ম সৰ্ব্ব শাস্ত্ৰ সাৰ॥
সংসাৰ তৰিতে প্ৰতি যাৰ আছে কাম।
কৃষ্ণক চিত্তত ধৰি ডাকি বোলা ৰাম॥ ১০৫ ॥

---

## ছুলৰী ।

প্ৰহ্লাদ বদতি শুনিয়ো সম্প্ৰতি
কৃষ্ণৰ নাম মহত।
বিষ্ণু পক্ষজানি মোক পিতৃ আনি
দুঃখ দিলা নানা মত ॥
দিগ্‌গজ সবৰ দন্ত নিৰন্তৰ,
অগ্ৰভাগ বজ্ৰময়।
মোৰ গায়ে লাগি সিয়ো গৈল ভাগি,
ইটো বল মোৰ নয় ॥ ১০৬ ॥.
পৰম বিপদে পৰি মনে মঞি
সুমৰিলো জনাৰ্দ্দন ।
সমস্তে বিপদ বিনাশিয়া মোক
ৰাখিলন্ত নাৰায়ণ ॥

কৃষ্ণৰ স্মৰণ, প্ৰসাদে মোহোক,
বিকল নভৈল চিত্ত ।
দেখিয়োক কেনে, কৃষ্ণ স্মৰণৰ,
অনুভাব বিপৰিত ॥ ১০৭ ॥
প্ৰহ্লাদ বচনে, কৃষ্ণ স্মৰণৰ,
মহিমা কৰি বেকত ।
শুনা তাতপৰ, কৃষ্ণ স্মৰণৰ,
অনুভৱ যেন মত ॥
মহাউগ্ৰ তৰ, কলিৰ কল্মষ,
দেখা কেন বল আৰ ।
মনুষ্যক নিয়া, ঘোৰ নৰকত,
ভুঞ্জাৱে দুঃখ নিকাৰ ॥ ১০৮ ॥
ঈশ্বৰ কৃষ্ণৰ, নাম এক বাৰ,
কীৰ্ত্তন যিটো কৰয় ।
সদ্যে যেন বহ্নি, কলিৰ পাপক,
দহিয়া ভস্ম কৰয় ॥
যাৰ এক বাৰ, স্মৰণে তেখনে,
কলি পাপ নষ্ট কৰে ।
হেনয় কৃষ্ণক নভজিয়া নৰে
নিকাৰ ভুঞ্জিয়া মৰে ॥ ১০৯ ॥
প্ৰভাত সন্ধ্যাত নিশা মধ্যাহ্নদি
সময়ত নাম লৈয়া ।

সদ্যে পাপক্ষয়, কৰি নৰে নাৰা
য়ণক পাৱয় গৈয়া ॥
বিষ্ণুক সন্যাকে, স্মৰিয়া সমস্তে,
ক্লেশক বিনাশ কৰে ।
পৰম বিশুদ্ধ, চিত্ত ভয়া সুখে,
মুকুতি পাৱয় নৰে ॥ ১১০ ॥
কৃষ্ণ স্মৰণৰ, যিহেতু নিৰ্ম্মল,
মুকুতি পৰম ফল ।
তাৰ স্বৰ্গ পদ, জানিবা নিশ্চয়,
বিঘিনি মাত্ৰ কেৱল ॥
ইহাক জানিয়া যিটো অহৰ্নিশে
বিষ্ণুক সন্যাকে স্মৰে ।
পাপ ক্ষয় কৰি ভয়া শুদ্ধ চিত্ত
নযায় নৰকক নৰে ॥ ১১১ ॥
স্নানাদি কৰন্ত যিটো ধ্যান কৰে
নাৰায়ণ দেৱ তাক ।
সমস্তে পাপৰ মুক্ষ্য প্ৰায়শ্চিত্ত
জানিবা নিশ্চয়ে আক ॥
বিষ্ণু পুৰাণত কৃষ্ণ স্মৰণক
প্ৰসঙ্গ সংহৰি থওঁ ।
শিৱ পুৰাণত শুনা যেন মত
নামৰ মহিমা কওঁ ॥ ১১২ ॥

জাতিত ৰক্ষস নামত সুশৰ্ম্মা
দেখি তৰ সুন্দনন।
তাহাৰ আগত শ্ৰীৰুদ্ৰ দেৱে
বুলিলা হিত বচন ॥
সদায় কৃষ্ণৰ নাম মাত্ৰ গাইবা
জানিয়া ধৰ্ম্ম প্ৰধান।
হৰিৰ পৰম ৰূপ মনোহৰ
সদায় কৰিবা ধ্যান ॥ ১১৩ ॥
মুৰাৰিৰ নাম কীৰ্ত্তন কৰিবা
সদায় নিশ্চয় মতি।
ইসব প্ৰকাৰে সংসাৰক তৰি
লভিবা পৰম গতি ॥
ৰুদ্ৰৰ বচন থৈলোঁ হো কৃষ্ণৰ
নামৰ কৰিঁা মহত্ত।
তাতে শুনা আক কতি আছে যেন
শিৱ নাম মাহাত্ম্যাত ॥ ১১৪ ॥
শিৱৰ কৃষ্ণৰ নামত কিঞ্চিতো
নাহিকে জানা অন্তৰ।
শিৱৰ যতেক গুণ নাম সিয়া
জানা সবে মাধৱৰ ॥
আপোনাৰ গুণ নাম নাৰায়ণে
শিৱক সৱে অৰ্পিলা।

আপোনাৰ নিজ ভক্ত বুলি হৰি
ভিন্ন তাক নকৰিলা ॥ ১১৫ ॥
বিষ্ণু বৈষ্ণবৰ কিঞ্চিতো অন্তৰ
নাহিকে জানা নিশ্চয় ।
আক ভিন্ন বুদ্ধি কৰিলে কেৱলে
অপৰাধ মাত্ৰ হয় ॥
এতেকেসে মহা জনে দুহান্তৰো
নাম এক কৰি কয় ।
দুহানো নামক কীৰ্ত্তন কৰিয়া
পৰম গতি লভয় ॥ ১১৬ ॥
সংশয় তেজিয়া একচিত্ত হয়া
শুনিয়োক নিৰন্তৰে ।
মহাদেৱ মহা দেৱ মহাদেৱ
বুলিয়া যিটো স্মৰে ॥
প্ৰথম অক্ষৰ মহেশ বুলিয়া
মুকুত হোৱয় নৰে ।
আৰ দুই পাদ স্মৰিয়া সম্ভু
হোৱে মুনি স্তুতি কৰে ॥ ১১৭ ॥
শিৱ পুৰাণৰ কহি কিছুমান
মহিমা শিৱ নামৰ ।
মহা ভাগৱত শাস্ত্ৰ যেন কহে
শুনা আৰে আত পৰ ॥

অহা ভাগৱত শাস্ত্রক বিচাৰি
দেখিবাহা বিদ্যমান ।
ভগৱন্ত ঈশ্বৰৰ গুণ নাম
বৰ্ণন মাত্র প্রধান ॥ ১১৮ ॥
সমস্ত ধৰ্ম্মত কৰিয়া গৌৰৱ
কৃষ্ণৰ নাম কীৰ্ত্তন ।
শ্রীমন্ত নন্দে বৰ্ণীয়া ব্যাসৰ
কৰিলা চিত্ত প্রসন্ন ॥
যজ্ঞ তপ ব্রত পূজা বেদ পাঠ
মন্ত্র জাপ্য জ্ঞান দান ।
সমস্তে ধৰ্ম্মৰ অবিনাশি ফল
জানিবাহা এহিমান ॥ ১১৯ ॥
মহা মহা কবি বিবেকী সকলে
কৰি আছে নিৰূপণ ।
উত্তম শ্লোকৰ গুণ নাম মাত্র
কৰিল সদা বৰ্ণন ॥
অনেক জনমে পৰম নিষ্কামে
কৰিাছে পুণ্য যিজন ।
তাৰ ফলে সদা ইজন্মত সুখে
কৰয় হৰি কীৰ্ত্তন ॥ ১২০ ॥
হৰি কীৰ্ত্তনত পৰে যত কৰ্ম্ম
কহিয়া আছে ধৰ্ম্মৰ ।

সিসব সকলে বিনাশি কেৱলে
জানিবাহা সাৰতৰ ॥
হৰি কীৰ্ত্তনন্ত পৰে আন ধৰ্ম্ম
নানান বিধিনি প্ৰস্ত ।
হৰিৰ নামেসে জানিবা নিশ্চয়ে
হৰয় তাক সমস্ত ॥ ১২১ ॥
যদ্যাপি সঞ্জাত নযায়া শুক্ৰৰ
বচনে লৈয়ো প্ৰমাণ ।
বামণৰ আগে শুক্ৰমহা ঋষি
কহি আছা বিদ্যমান ॥
যত মন্ত্ৰ তন্ত্ৰ দেশ কাল পাত্ৰ
বস্তুত ছিদ্ৰ আছয় ।
তযু গুণ নাম কীৰ্ত্তনেসে তাকো
সমস্তে দূৰ কৰয় ॥ ১২২ ॥
কৰ্ম্মৰ বিধিনি হৰিৰেক নামে
ইতো অদভুত নয় ।
যি'হতু নামৰ কীৰ্ত্তনে কৃষ্ণকো
সন্তোষ অতি কৰয় ॥
ইহাৰ প্ৰমাণ লৈয়োক ঈশ্বৰ
মাধৱৰ বচনন্ত ।
ৰাজাৰ আগত আপুনি ঈশ্বৰ
কহি আছা যেন মত ॥ ১২৩ ॥

বোলন্ত নৃপতি শুনা মহামতি
তোম্মাৰ কল্যাণ হৌক।
মোৰ গুহ্যনাম কীৰ্ত্তন কৰিয়া
সন্তোষ কৰাইল মোক॥
তোম্মাৰ সম্বন্ধি পৰম সন্তুষ্ট
ভৈলোহোঁ আমি নিশ্চয়।
পৰম গোপনী যেহি বৰ লাগে
লৈয়ো তাক মহাশয়॥ ১২৪॥
মোহোৰ সম্মতি বৰ লৈয়ো আজি
হুইবা আতি খ্যাতিমন্ত।
তযু মহোদয় হৈবেক অপাৰ
বুলিলন্ত ভগৱন্ত॥
শুনা মহাজনে যেন লৈলে মনে
বিৰচিলোঁ আমি পদ।
হুয়া পূৰ্ণ কাম বোলা ৰাম ৰাম
গুচোক সবে আপদ॥ ১১৫॥

পদ

ভাগৱত শাস্ত্ৰ যত নামৰ মহিমা।
তাক কহি কোন জনে কৰিবেক সীমা॥
সাধ্য সাধন ৰূপে নামকেসে কয়।
আন যত ফল কৰ্ম্ম সবে মায়া ময়॥ ১২৬॥

পণ্ডিত সকলে আক বিচাৰি দেখিল ।
শ্ৰেষ্ঠ গৌৰৱক ভবে আক নিৰ্ণিখিল ॥
হৰি নাম গুণত বঢ়িল যৰ ৰতি ।
পৰম কৃতাৰ্থ ভৈল সিসি মহামতি ॥ ১২৭ ॥
সিসিজনে ঈশ্বৰকো সান্তোষ কৰয় ।
নিজ যশ প্ৰিয় হৰি জানিবা নিশ্চয় ॥
ভৈলন্ত সন্তুষ্ট হৰি সম্বন্ধি যাহাৰ ।
আৰ কৃত্য শেষ কিছু নথাকিল আৰ ॥ ১২৮ ॥
জগতৰে আত্ম হৰি জানিবা নিশ্চয় ।
হৰি তুষ্ট ভৈলে তুষ্ট জগতে হোৱয় ॥
ইহাৰ দৃষ্টান্ত শুনিয়োক যেন মত ।
যেন জলদান কৰে বৃক্ষৰ মূলত ॥ ১২৯ ॥
পত্ৰ পুষ্প ফল যতেক আছয় ।
সমস্তে তৃপিতি হয় জানিবা নিশ্চয় ॥
মূলবিনে পানী যদি দিঞ্চে পত্ৰ ডালে ।
কদাচিতো তৃপিতি নুহিকে এক কালে ॥১৩০॥
আক যেন প্ৰাণক ভুঞ্জাৱে অন্নপান ।
হোৱয় তৃপিতি ইন্দ্ৰি আছে যতমান ॥
ক্ষুধাতুৰ নৰে যেন নকৰি ভোজন ।
গন্ধপুষ্প অলঙ্কাৰে কৰয় ভূষণ ॥ ১৩১ ॥
কদাচিতো তৃপিতি নুহিকে ইন্দ্ৰিয়ৰ ।
দেখাইলোহোঁ দুতয় দৃষ্টান্ত মনোহৰ ॥

হৰি তুষ্ট নভৈলে কাহাৰো তুষ্ট নাই।
দেখিয়া ইহাক মহা ভাগৱত চাই ॥ ১৩১ ॥
নামৰ বনাৰ কোনে কৰিবেক সীমা।
অগ্নি পুৰাণত শুনা নামৰ মহিমা ॥
একান্তিক ভকত প্ৰহ্লাদ মহামতি।
তাহান আগত কৃষ্ণ দৱ নিগদতি ॥ ১৩৩ ॥
গোবিন্দ গোবিন্দ বুলি যিজনে জপয়।
যমৰ দূতত তাৰ নাহি কিছু ভয় ॥
ৰৌৰৱক প্ৰমুক্ষে নৰক নিৰন্তৰ।
তাত হন্তে কিছু ভয় নাহি সিজনৰ ॥ ১৩৪ ॥
গোবিন্দ গোবিন্দ নাম মুখে থাকে যাৰ।
প্ৰেতৰাজ যমতো নাহিকে ভয তাৰ ॥
সমস্তে যুগৰে ইটো কহিলোঁ নিৰ্ণয়।
কলিযুগে যিটো কৃষ্ণ নামক জপয় ॥ ১৩৫ ॥
যমৰ দণ্ডত তাৰ কিছু ভয নাই।
যম দুতে তাৰ কিবা উকয়াইবে ছাই ॥
যম যাতনাত দুঃখ অনেক আছয়।
কি কৰিবে তাক যিটো কৃষ্ণ নাম লয় ॥ ১৩৬ ॥
হেন জানি গোবিন্দ গোবিন্দ বোলা মুখে।
কৃষ্ণ নাম জপিয়া ফুৰিয়ো মহাসুখে ॥
এহিমানে সংহৰিলোঁ বচন কৃষ্ণৰ।
শুনিয়োক কথা আৰু আত অনন্তৰ ॥ ১৩৭ ॥

নামৰ মহিমা সেহি অগ্নি পুৰাণত।
পাপ বিনাশন মহা স্তুতি প্ৰস্তাৰত॥
কৃষ্ণৰ আগত বাক্য পুষ্কৰে বোলন্ত।
ছয়োক প্ৰসঙ্গ মোত প্ৰভু ভগৱন্ত॥ ১৩৮॥
তোমাক নভজি মঞি পৰম প্ৰমত্ত।
কৰি আছোঁ পাপ যত মহা অজ্ঞানত॥
জ্ঞান পুৰ্ব্বকৰো পাপ আছে যত যত।
প্ৰভাত মধ্যাহ্ন নিশি সন্ধ্যা সময়ত॥ ১৩৯॥
কায় বাক্য মনে পাপ কৰি আছোঁ যত।
সবে নষ্ট হৌক তিনি নাম কীৰ্ত্তনত॥
মাধৱ পুণ্ডৰীকাক্ষ নাম হৃষীকেশ।
তোমাৰ ত্ৰিতয় নাম পৰম বিশেষ॥ ১৪০॥
গোপনত যদি মোৰ মুখত থাকয়।
তথাপিতো সমস্ত পাতক হৌক ক্ষয়॥
শৰীৰে যতেক পাপ কৰিছোঁ নিশেষ।
নিৰন্তৰে ক্ষয় হৌক মোৰ হৃষীকেশ॥ ১৪১॥
মনে যত পাপ কৰি আছোঁ অবিশ্ৰাম।
নাশ হৌক কীৰ্ত্তণে পুণ্ডৰীকাক্ষনাম॥
বাক্যেবা যতেক পাপ কৰিছো দুৰ্যোৰ।
মাধৱ বোলন্তে সবে ক্ষয় হৌক মোৰ॥ ১৪২॥
শয়নে ভোজনে পথে ব্ৰজন কৰন্তে।
জাগ্ৰত সময়ে আৰু বসিয়া থাকন্তে॥

আৰু আদি কৰি আৰু নানা সময়ত।
কায় বাক্য মনে পাপ কৰি আছো যত ॥ ১৪৩ ॥
কাৰ্য আছো পাপ অল্প স্থুল বিপৰিত।
তাৰ ফলে ফুৰিবে লাগিবে কুযোনিত ॥
দাৰুণ. নৰক দুঃখ ভুঞ্জিবে অপাৰ।
তাক সুমৰন্তে ভয় লাগয় আম্মাৰ ॥ ১৪৪ ॥
সিসব পাপত হন্তে ৰাখিয়োক মোক।
বাসুদেৱ কীৰ্ত্তনত সবে নষ্ট হৌক ॥
সুমৰো তোম্মাৰ প্ৰভু পৰব্ৰহ্ম নাম।
তুমিসে কেৱলে ইটো জগতৰে ধাম ॥ ১৪৫ ॥
পৰম পবিত্ৰ তযু নাম গুণ যত।
আৰু সবে বৰ্ণাইবাক নুহিকো শকত ॥
আম্মাৰ যতেক আছে মহা পাপগণ।
নাশ হৌক বিষ্ণু নাম কৰন্তে কীৰ্ত্তন ১৪৬ ॥
ইটো পুষ্কৰৰ স্তুতি কৰি সমাপত।
পুনৰপি শুনা সেহি অগ্নিপুৰাণত ॥
বিষ্ণু পঞ্জৰত বাক্য পুষ্কৰে বোলন্ত।
ঈশ্বৰৰ দ্বিতয় ৰূপক বৰ্ণায়ন্ত ॥ ১৪৭ ॥
যিনত পৰম ব্ৰহ্ম হৰি সেহিমত।
অব্যক্ত স্বৰূপে যিটো আছা জগতত ॥
তেহেন্তে কেশৱ মহা মূৰ্ত্তি মনোহৰ।
মূৰ্ত্ত অমূৰ্ত্তৰ কিছু নাহিকে অন্তৰ ॥ ১৭৯ ॥

কায় বাক্য-মনৰ মোহোৰ পাপ যত ।
সদ্যে হৌক দিন শ অচ্যুত কীৰ্ত্তনত ॥
এহিমানে থৈলো ইটো পুৰুষ বচন ।
পুনৰপি আৰু শুনিয়োক মহাজন ॥ ১৪৯ ॥
কহি আছা যিমত ভৱিষ্য পুৰাণক ।
নামৰ মহিমা তাক কৰোঁহো বেকত ॥
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য যত শূদ্ৰ চয় ।
স্ত্ৰী অন্ত্য জাতি আনো অনেক আছয় ॥ ১৫০ ॥
নাহি বৰ্ণাশ্ৰম আৰ নিয়ম বিচাৰ ।
হৰি নাম কীৰ্ত্তনে সবাৰো অধিকাৰ ॥
যৈতে তৈতে আপোন ইচ্ছাই থাকি সুখে ।
বিষ্ণু নাম কীৰ্ত্তন কৰন্ত মাত্ৰ মুখে ॥ ১৫১ ॥
নিশেষ পাতক হন্তে মুকুত হোৱয় ।
সনাতন ব্ৰহ্ম গৈয়া সমস্ত পাৱয় ॥
পৰম পবিত্ৰ জাতি ব্ৰাহ্মণ মহন্ত ।
অপবিত্ৰ আতি অন্ত্য জাতি অপৰ্য্যন্ত ॥ ১৫২ ॥
উত্তম জাতিয়ো মহা পাতক আচৰি ।
সমস্তে তৰন্থা গৈয়া আছে অনুসৰি ॥
ইসবৰ মাজে যিটো ঈশ্বৰক স্মৰে ।
পাপত লেপিত আৰ নোহে সিটো নৰে ॥ ১৫৩ ॥
দেখিয়ো মহিমা কেন কৃষ্ণ স্মৰণৰ ।
মনুষ্যৰ আছে যত পাতক পঞ্জৰ ॥

শত সহস্রেক ৰূপে হোৱে মষিমুৰ
বজ্রপাতে যেন পর্ব্বতক কৰে চুৰ ॥১৫৪॥
কহিলোঁ সামান্য ফল নাম কীৰ্ত্তনৰ
প্রায়শ্চিত্ত কামে নাম লৱে যিটো নৰ ॥
সিটো নাম কীৰ্ত্তনৰ শুনিয়ো মহত্ত।
কহিয়া আছন্ত যেন ব্রহ্মবৈবৰ্ত্তত ॥১৫৫॥
উত্তম দ্বিজক যিটো হানিয়া মাৰয়।
কামনা পূৰ্ব্বকে সুৰা পানক কৰয় ॥
কৃষ্ণ কৃষ্ণ অহোৰাত্র কীৰ্ত্তন কৰন্তে।
হোৱে শুদ্ধ সিটো মহা পাতকত্ত হন্তে ॥১৫৬॥
বিশ্বাস ঘাতক পাপ যি জন আচৰে।
যিটো নৰাধমে ব্রাহ্মণক নিন্দা কৰে ॥
কৰন্তে কীৰ্ত্তন আতি হৰিৰ নামক।
পাপে পৰাভৱ নকৰয় সিজনক ॥১৫৭॥
কহি আছে আৰু যেন লিঙ্গ পুৰাণত।
তাক কিছু কহোঁ আৱে শুনিয়ো সাম্প্রত ॥
সেহিসে পৰম হানি জানো পুৰুষৰ।
তাকেসে বুলিয় মহা ছিদ্র নিৰন্তৰ ॥১৫৮॥
সেহিসে পৰম অতি মোহ বিপৰীত
তাত পৰে বিভ্রম নাহিকে পৃথিবীত।
একক্ষণ মানেবা মুহূৰ্ত্ত সময়ত ॥
এক শিৱ ঈশ্বৰক নিচিন্তে মনত ॥১৫৯॥

মনুষ্য শৰীৰ সিটো পাইলে আসি কিক ।
নিষ্ফল জীৱন তাৰ আছে ধিক ধিক ॥
সমস্তো ভূতক যদি হানিয়া মাৰয় ।
হাতে অস্ত্র ধৰি সবে কাটিয়া কুৰয় ॥১৬০॥
অন্যায় পূৰ্ব্বকে যিটো ভোজন কৰয় ।
আনো সব পাতক যদ্যপি আচৰয় ॥
এক শিৱ নাম যিটো স্মৰে একবাৰ ।
সমস্তে পাতকো তাক কৰে পৰিহাৰ ॥১৬১॥
দেখা শিৱ নামৰ মহিমা অদভূত ।
একবাৰ স্মৰিৰ হোৱে পাপত মুকুত ॥
ৰুদ্ৰক সুমৰি নৰে অৰুদ্ৰ নহয় ।
নুহিকে অৰুদ্ৰ যিটো ৰুদ্ৰক অৰ্চ্চয় ॥১৬২॥
ৰুদ্ৰৰ নামক যিটো কৰয় কীৰ্ত্তন ।
পুনৰপি অৰুদ্ৰ নুহিকে সিটো জন ॥
পাইলেক ৰুদ্ৰক যিটো জন মহাশয়
পুনৰপি সিটো আৰ অৰুদ্ৰ নোহয় ॥১৬৩॥
কহিলোহোঁ ফল যেন ৰুদ্ৰ কীৰ্ত্তনৰ ।
শুনিয়োক ফল আবে কৃষ্ণৰ নামৰ ॥
ব্ৰহ্ম শিৱ সম্বাদত নাৰদক প্ৰতি ।
পৰম ঈশ্বৰ শ্ৰীৰুদ্ৰ নিগদতি ॥১৬৪॥
শুনিয়ো নাৰদ কহোঁ স্বৰূপ তোমাত ।
কৃষ্ণৰ নামৰ যেন মহিমা সাক্ষাত ॥

বসিয়া থাকন্তে সুহি পথত ভ্ৰমন্তে ॥
নিদ্ৰাত থাকন্তে কথা শ্ৰৱণ কৰন্তে ॥১৬৫॥
বচন বোলন্তে কোনো বস্তু সুমৰন্তে ।
আনো সব যত মহা কাৰ্য্যক কৰন্তে ॥
এহি নানা সময়ত যদি কোনজন ।
হেনয় বিষ্ণুৰ কৰে নামক কীৰ্ত্তন ॥১৬৬॥
মনোহৰ ৰূপ ধৰি জানিবা নাৰদ ।
ভকতি যুগুত হুয়া পাৱে পৰম্পাদ ॥
বিষ্ণুৰ নামক কৰি হেলায় কীৰ্ত্তন ।
পৰম পদক পাৱে যেই সেইজন ॥১৬৭॥
মহাভক্তি ভাৱে যিটো কৃষ্ণ নাম গাৱে ।
তাহাৰ মহিমা কহি কোনে অন্ত পাৱে ॥
এহি মানে থৈলোঁ কথা ব্ৰহ্ম বৈবৰ্ত্তক ।
স্কন্দ পুৰাণত শুনা মহিমা নামৰ ॥১৬৮॥
শুনিয়ো নাৰদ তুমি মোহোৰ বচন ॥
ভক্তিভাৱে গোবিন্দ উচ্চৰে যিটো জন ॥
ভকতি বৰ্জ্জিত হুই যদি কোনো নৰে ।
গোবিন্দ গোবিন্দ বুলি মুখত সুমৰে ॥১৬৯॥
পুৰুষৰ পাপ যত দহি কৰে ছয় ।
যুগান্তৰ বহ্নি যেন দহি ত্ৰিভুবন ॥
জন্মান্তৰ সহস্ৰৰ যত পাপ চয় ।
কোটি জন্মান্তৰে যত কৰিয়া আছয় ॥১৭০॥

জানিবাহা নাৰদ গোবিন্দ কীৰ্ত্তনত।
শতধা প্ৰকাৰে পাপ সবে হয়ে হত ॥
যতেক পাতক সিজে অভক্ষ ভোজনে।
উপজয় পাপ যত অগম্য গমনে ॥১৭১॥
গোবিন্দ কীৰ্ত্তনে পাপ সবে নষ্ট হয়।
নকৰিবা কিছু আত মনত সংশয় ॥
ব্ৰাহ্মণৰ সুবৰ্ণক যিটো চুৰি কৰে।
যিটো দ্বিজে মহাপাপ সুৰা পান কৰে ॥১৭২॥
যত পাপ সিজে গুৰু দাৰা গমনত।
গোবিন্দ কীৰ্ত্তনে সত্যে সবে হোৱে হত ॥
ঘোৰ কলিযুগে পাপ উপজয় যত।
তাৱন্তে সে থাকে জানা ইটো শৰীৰত ॥১৭৩॥
গোবিন্দ কীৰ্ত্তন নৰে নকৰে যাৱত।
উচ্চৰন্তে গোবিন্দ স্বৰিতে হোৱে হত ॥
তপ জপ যজ্ঞ আনো নানান কৰ্ম্মত।
ন্যূনাধিক ছিদ্ৰ তাত হোৱে যত যত ॥১৭৪॥
অচ্যুতৰ নাম চয় কৰত কীৰ্ত্তন।
ন্যূন শুচি হোৱে সত্তে সমস্তে পুৰণ ॥
কৰ্ম্মৰ বিঘিনি নষ্ট কৰে নামে যাৰ
অচ্যুতৰ হেন পদে কৰোঁ নমস্কাৰ ॥১৭৫॥
যাৰ নাম গুণচয় স্মৰণ মাত্ৰত।
হোৱে মুক্ত দুৰ্ঘোৰ সংসাৰ বন্ধনত ॥

জনন মৰণ দুঃখ এবাৰে নিকাৰ ।
হেনয় কৃষ্ণক সদা কৰোঁ নমস্কাৰ ॥১৭৬॥
যিটো ঈশ্বৰক মনে কৰন্তে স্মৰণ ।
যাৰ নাম গুণচয় কৰন্তে কীৰ্ত্তন ॥
যত আধি ব্যাধি চয় আছে পুৰুষত ।
তত কালে হোৱে আতি প্ৰলয় সমস্ত ॥১৭৭
গুচে বহু দুঃখ নাম কীৰ্ত্তনতে যাৰ ।
হেন অনন্তক মঞি কৰো নমস্কাৰ ॥
হেলা ৰূপে যাৰ নাম স্মৰণ মাত্ৰত ।
তত কালে পাতক সমুহ হোৱে হত ॥১৭৮॥
* অশ্ৰোত্ৰিয় ব্ৰাহ্মণক দান দেই যত ।
যেন মতে সিটো দান সবে হোৱে হত ॥
সেহি মতে জানিবা নাৰদ মহাশয় ।
ঈশ্বৰক সুমৰন্তে পাপ নষ্ট হয় ॥১৭৯॥
প্ৰভাত সময় যিটো গোবিন্দ বোলয় ।
উচ্চৰে গোবিন্দ নাম মধ্যাহ্ন সময় ॥
সন্ধ্যাত গোবিন্দ নাম কীৰ্ত্তন কৰয় ।
† মুখ কোটি শত উপপুণ্যক পাৱয় ॥১৮০॥
কোটি এক অযুত কৰিয়া ধেনু দান
তাত হন্তে পুণ্য নৰে পায়ে যত মান ॥

---

* অশ্ৰোত্ৰিয় বেদ নজনা † মুখ—যজ্ঞ ।

...নক অযুত কন্যা দানক কৰয় ।
তা... হন্তে পুণ্য নৰে যতেক পাৱয় ॥১৮১॥
...টি সহস্ৰেকে পুণ্য পাৱে যত ॥
অতোধিক পুণ্য পাৱে হৰি কীৰ্ত্তনত ॥
কায় বাক্য মনত উপজে পাপ যত ।
সিসব পাতক নাহি ইটো জগতত ॥১৮২॥
কলিযুগে কীৰ্ত্তন কৰন্তে গোবিন্দক ।
কৰিবে নপাৰে দূৰ যিসব পাপক ॥
যত মহাপাপ ৰাশি আছে পুৰুষত ।
গোবিন্দ কীৰ্ত্তনে তাক সন্তে কৰে হত ॥১৮৩॥
বহু জন্মাৰ্জ্জিত পাপ যতেক আছয় ।
বাসুদেৱ কীৰ্ত্তনে তেক্ষণে নষ্ট হয় ॥
দামোদৰ কীৰ্ত্তনে সে পৰম মঙ্গল ।
দামোদৰ নামে ধন আৰ্জ্জন সকল ॥১৮৪॥
জীৱনৰো এহিমানে ফল সমুদায় ।
দামোদৰ কীৰ্ত্তনক কৰিব সদায় ॥
যতেক পাতক ৰাশি আছে পুৰুষত ।
মহা উচ্চ পাপ ভাগী হোৱে পাপী যত ॥ ১৮৫॥
যত ভয় আছে সৰ্প আদি নানা মত ।
নাম উচ্চৰন্তে হৰি সবে কৰা হত ॥
প্ৰমাদতো যদি নৰে স্মৰণ কৰয় ।
তাক যেন অগনিৰ কণায়ে দহয় ॥১৮৬॥

এহিমতে শুণ্ঠ পুটে সুবস কবয় ।
হবিনামে নিবন্তবে পাতক দহয় ॥
অগনিব স্ফুলিঙ্গ জ্বলয় যেন মত ।
সেহিমতে হবিনাম জ্বলে হৃদয়ত ॥১৮৭॥
যত যত আছে মহা মহা পাপ বাশি ।
হবিনাম বহ্নি তাক পেল্লাবে বিনাশি ॥
প্রচণ্ড অগনি যেন দহে তৃণ বন ।
সেহিমতে হবিনামে দহি কবে ছন্ন ॥১৮৮॥
মুণীন্দ্র সবব বন্দ্য যতেক আছয় ।
তাসবাব বন্দ্য হবি যানিবা নিশ্চয় ॥
হব হব হব শব্দ শুনন্তে সন্তোষ ।
যেন আকাশত মহা মেঘে কবে ঘোষ ॥১৮৯॥
বাবে বাবে হব নাম স্মবি আদিত্ত ।
শিবায় নমঃ পদ সমন্তবে হিত ।
দুগুটি অক্ষব হবি নাম মনোহব ।
একবাব মাত্র উচ্চবিলে ঘিটো নব ॥১৯০॥
এতেকতে মুকুতি পদক যাইবে প্রতি ।
তৈল কাচপাব আতি সিটো মহামতি ॥
অযুত সহস্র ব্রহ্ম হত্যা যদি কবে ।
কোটি এক * গুর্ব্বঙ্গনা পাতক আচবে ॥১৯১॥
ব্রাহ্মণব অসংখ্যাত সুবর্ণ হবয় ।
গোবিন্দব নামে সন্তে বিনাশ কবয় ॥

---

* গুর্ব্বঙ্গনা—গুরু—অঙ্গনা—গুরুব ভার্য্যা

পৃথিবী তলত যত মনুষ্য হোৱয় ।
কোনো পুৰুষৰ নাম গোবিন্দ ধৰয় ॥১৯২॥
গোবিন্দ বুলিয়া যিটো তাৰে নাম লয় ।
তেকতে তাৰো পাপ বিনাশ কৰয় ॥
বাসুদেৱ ঈশ্বৰক নিচিন্তে মনত ।
আত পৰে মহা হানি নাহি জগতত ॥১৯৩॥
উপসৰ্গ পীড়া আত পৰে নাহি আন ।
ইহাকেসে বুলি মহা অভাগ্য প্ৰধান ॥
ধ্ৰুবৰ বচনে দেখাইলোঁ াহো বিদ্যমান ।
জানি বাসুদেৱক কৰিয়ো মনে ধ্যান ॥১৯৪॥
সেহি স্কন্দ পুৰাণত কাশি মাহাত্ম্যত ।
শুনিয়োক হৰে আচৰন্ত যেন মত ॥
বাৰাণসী নিবাসী জটিল মহেশ্বৰ ।
পন্থে পন্থে আনন্দে ভ্ৰমন্ত নিৰন্তৰ ॥১৯৫॥
মহাজন সবে হৰি কীৰ্ত্তন কৰন্ত ।
কৰ্ণাঞ্জলি ভৰি তাক সন্তোষে শুনন্ত ॥
পৰম তাৰক ব্ৰহ্মৰূপ মনে ধৰি ।
নিৰ্ভৰ আনন্দে সদা ফুৰে ধ্যান কৰি ॥১৯৬॥
প্ৰকৃতিৰ বিকাৰ যতেক প্ৰাণীগণ ।
মিলে যিকালত কাশী থানত মৰণ ॥
তাৰ কৰ্ণ মূলত জপন্ত ৰাম নাম ।
দেন্ত জ্ঞান আপুনি জানিবি এত্রি ৰাম ॥১৯৭॥

ব্ৰহ্মৰূপ কেৱলে আপুনি মহেশ্বৰ।
তেন্তো হৰি ভকতি কৰন্ত নিৰন্তৰ ॥
হেন হৰি ভকতি নকৰি মূঢ় নৰে।
নজানোহোঁ কিমতে যাতনা দুঃখ তৰে ॥১৯৮॥
শুনিয়োঁ মহিমা আৰে ৰুদ্ৰৰ নামৰ।
কীৰ্ত্তন কৰিয়া যেন ফল পাৱে নৰ ॥
ধেনু সহস্ৰেক নৰে কৰিয়া প্ৰদান।
অশ্বমেধ শতেক কৰিয়া বিদ্যমান ॥১৯৯॥
আত হন্তে পুণ্য নৰে পাৱে যত যত।
অনায়াসে পাৱে তাক ৰুদ্ৰ কীৰ্ত্তনত ॥
যজ্ঞৰাজ অশ্বমেধ যজ্ঞৰ শেষত।
কৰি স্নান অবভৃত তীৰ্থৰ জলত ॥২০০॥
ব্ৰহ্ম বধি জনো হোৱে মুকুত যিমতে।
ৰুদ্ৰ নাম কীৰ্ত্তন কৰিয়া সেহিমতে ॥
কিন্তু তাত কৰি আত ফলন্ত অধিক।
পাৱে অনায়াসে গৈয়া অক্ষয় গতিক ॥২০১॥
পাপ কৰি অনুতাপ উপজিল যাৰ।
একে ৰুদ্ৰ নামে মোক্ষ প্ৰায়শ্চিত্ত তাৰ।
ইহাক জানিয়া ৰুদ্ৰ নাম যিটো জন ॥
কৰে অহৰ্নিশে মনে সম্যকে স্মৰণ ॥২০২॥
হোৱে শুদ্ধ কৰি ক্ষীণ নিশেষ পাপক।
কদাচিতো সিটো আক নযায় নৰকক ॥

স্কন্দ পুৰাণৰ কথা থৈলোহোঁ সাম্প্ৰত ।
শুনা নাম মহিমা বামণ পুৰাণত ॥২০৩॥
পূৰ্ব্ব জনমৰ পাপ সমূহ অনেক ।
ব্যতি প্য,তাদিতো দোষ হোৱয় যতেক ॥
আনো দুৰ্নীতিত হন্তে যত উপচয় ।
আনো নানা বিধ দোষ যতেক আছয় ॥২০৪॥
পুৰুষৰ উপদ্ৰৱ আছে যতমান ।
বিষ্ণু নাম কীৰ্ত্তনত হোৱয় নিৰ্জ্জান ॥
অশ্বমেধ আদি যজ্ঞে যজি যেন মত ।
সেহি মতে নৰমেধে যজি পাৱে যত ॥২০৫॥
তুতয় অক্ষৰ হৰি নামক উচ্চৰি ।
সিসব সকলে পাৱে জানা নিষ্ট কৰি ॥
যত পুণ্য সহস্ৰেক কোটি তীৰ্থ স্নানে ।
যত পুণ্য পাৱে শত কোটি মহাদানে ॥২০৬॥
বিষ্ণু নাম কীৰ্ত্তন কৰন্তে নিৰন্তৰে ।
সিসব সমস্তে পুণ্য পাৱে সিটো নৰে ॥
মহাবৰ দাতা কৃষ্ণদেৱ মহেশৰ ।
যাহাৰ নাভিত পদ্ম ভৈল শ্ৰেষ্ঠতৰ ॥২০৭॥
শঙ্খ চক্ৰ গদা পদ্ম ধৰিয়া সাক্ষাতে ।
শৰ চাপ খৰ্গ প্ৰকাশয় যাৰ হাতে ॥
লক্ষ্মীৰ বদন পদ্ম অতি শ্ৰেষ্ঠতৰ ।
তাৰ মধু পানে বিটো সাক্ষাতে ভ্ৰমৰ ॥২০৮॥

যাবা সৱে কবে তাঙ্ক কীৰ্ত্তন সন্ততে।
যেন ফল পাবে তাঙ্ক শুনিয়ো বেকতে ॥
বিটো হবি মাবি আছে মধু দানৱক।
বাইবেক নিশ্চয়ে তাপ তানে সদনক ॥২০৯॥
পবব্ৰহ্ম পুবাণ পুৰুষ সৰ্ব্বেশ্বব।
অনাদি অনন্ত হবি অজব অমব ॥
যিটো মহাজন সবে ইটো পৃথিবীত।
একচিত্তে তাহাঙ্ক স্মবন্ত নিতে নিত ॥২১০॥
তেজে তাব সবক সংসাব মহা দুঃখে।
বিষ্ণুব অব্যয় পদ পাৱে মহা সুখে ॥
যিসব মনুষ্য বাগ শূন্য শুদ্ধ চিত্ত।
বিচাবন্ত চতুব জানন্ত নিত্যানিত্য ॥২১১॥
দেৱতাব গুৰু নাবায়ণ ভগৱন্ত।
তাহাঙ্ক মনত ধবি সদায় স্মবন্ত ॥
তাবা সবে শুদ্ধ চিত্ত হোন্ত আতিশয়।
ধৌত পাণ্ডুব পট বাজহংস নয় ॥২১২॥
কি কহিবোঁ ভাগ্যব মহিমা তাসবাব।
সংসাব সাগৰ জলে সুখে হোৱে পাৰ ॥
মহাজন সবে কথা কহে পৃথিবীত।
নাবায়ণ নাম ইটো চোব বিপৰীত ॥২১৩॥
অনেক জন্মব যত আছে পাপ মল।
স্মৰণ মাত্ৰকে তাক হবয় সকল ॥

আন চোৰে অনেক যতনে চুৰি কৰে।
নাৰায়ণ নামে স্মৰণতে পাপ হৰে ॥২১৪॥
জানি নাৰায়ণ নাম নছাড়িবা মুখে।
পাপ ক্ষয় কৰি গতি লভিবাহা সুখে।
নামৰ মহিমা কোনে পাৰে বৰ্ণাইবাক।
কুৰ্ম্ম পুৰাণত যেন কহে শুনা তাক ॥২১৫॥
কোটি এক কপিলা দ্বিজক কৰি দান।
তাত হন্তে পুণ্য নৰে পাৱে যত মান ॥
অজুতেক কন্যাদান কৰি পুণ্য যত।
পাৱে তাক নৰে সুখে হৰি কীৰ্ত্তনত ॥২১৬॥
যিটো নৰ মহাত্মা পৰম ভক্তিভাৱে।
থিৰ চিত্তে গোবিন্দ নামক সদা গাৱে ॥
সহস্ৰেক গুৰুৰ ভাৰ্য্যাৰ গমনত।
উপজিয়া আছে তাত মহাপাপ যত ॥২১৭॥
সিসব পাপত হন্তে হোৱয় মোচন।
মহাশুদ্ধ হয়া নৰে গোবিন্দ কীৰ্ত্তন।
জানিবা নিশ্চয়ে ইটো পৃথিবী তলত ॥
পৰম পাৱন কাৰি তীৰ্থ আছে যত ॥২১৮॥
কৃষ্ণ কীৰ্ত্তনত যেন পুণ্য উপজয়।
তীৰ্থ পুণ্যে তাক কদাচিতো তুল্য নয় ॥
কৈলোঁ কুৰ্ম্ম পুৰাণত নাম মহিমাক।
মৎস্য পুৰাণত যেন কহে শুনা তাক ॥২১৯॥

যিটো মহা পাপী নৰে হৰে পৰ দাৰ।
সৰ্ব্বদায় পৰক কৰয় অপকাৰ॥
সিয়ো জনে হৰিনাম কীৰ্ত্তন কৰন্তে।
হোৱে শুদ্ধ সিটো সবে পাতকত হন্তে॥২২০॥
হৰিনাম কীৰ্ত্তনক নেৰয় মুখত।
হোৱয় মুকুত সিটো সংসাৰ দুঃখত॥
নাম মালিকাৰ পদ শুনা নিৰন্তৰ।
নামৰ মহিমা নানা বিধ পুৰাণৰ॥২২১॥
উচ্চ নীচ ৰূপে ফল কহিয়া আছয়।
নকৰিবা আত কিছু মনত সংশয়॥
শাস্ত্ৰ কৰ্ত্তা যত মহা মুণীন্দ্ৰ মহন্ত।
হৰিৰ নামৰ নানা ফল কহিলন্ত॥২২২॥
নানা মত পাত্ৰ দেখি মনুষ্য লোকত।
তাৰ অনুৰূপে কৈলা নামৰ মহত॥
অবিদ্যা মোহিত নৰে হৰিক নভজে।
নানা ফল কামে নানা দেৱতাক যজে॥২২৩॥
কতোহো ধৰয় ফল কতোহো নধৰে।
কেৱলে গুণৰ কৰ্ম্মে বন্দী মাত্ৰ কৰে॥
সেহি ফল কামে যদি ভজয় কৃষ্ণক।
ফলো হোৱে সিদ্ধি সুখে তৰে সংসাৰক॥২২৪॥
নানাবিধ ঈশ্বৰৰ ভকতি আছয়।
তাতে শ্ৰেষ্ঠতৰ হৰিনাম আতিশয়॥

নানাবিধ ফল শ্ৰুতি কহিলা নামৰ ।
শুনিয়া নামত প্ৰবৰ্ত্তিব নিৰন্তৰ ॥২২৫॥
সবে তেজি হৰিনাম কীৰ্ত্তন কৰিব ।
ফল ভোগ কৰি সুখে সংসাৰ তৰিব ॥
একোৱে বিঘিনি নাহি হৰিৰ নামত ।
হৰিনাম কীৰ্ত্তনেসে বিঘ্নি কৰে হত ॥২২৬॥
এতেকেসে জানা হৰি নামৰ কীৰ্ত্তনে ।
কৰে ফল সিদ্ধি যাৰ যেন লৱে মনে ॥
এতেকেসে মুনিগণে কৈলা নানা ফল ।
শুনি মহাজনে আত নুহিবা বিকল ॥২২৭॥
কৰিয়ো আনন্দে হৰিনামৰ কীৰ্ত্তন ।
এহিমানে মাত্ৰ ভকতৰ মহাধন ॥
জানি নাম মুখত নেৰিবা অবিশ্ৰাম ।
কহয় মাধৱে ডাকি বোলা ৰাম ৰাম ॥২২৮॥

---

## ছবি ।

মৎস্য পুৰাণত হৰি নামৰ মহিমা কহি
প্ৰসঙ্গ কৰিয়া সমাপত ।
'শুনিয়োক পুনৰপি নামৰ মহিমা যেন
কহয় গৰুড় পুৰাণত ॥

সত্য যুগে কায় বাক্যে মনক নিয়মি নৰে
পাৱে ফল যেন ধ্যান কৰি ।
ত্ৰেতা যুগে যেন ফল পাৱয় মহন্ত সবে
নানাবিধ যজ্ঞে যজি হৰি ॥২২৯॥
নানাবিধ তন্ত্ৰে মন্ত্ৰে ঈশ্বৰক পূজা কৰি
পাৱে যেন ফল দ্বাপৰত ।
সিসব সকলে ফল পাৱে অনায়াসে নৰ
কলিযুগে হৰি কীৰ্ত্তনত ॥
কেৱলে দোষৰ নিধি কলিযুগে তথাপিতো
আছে এক মহাগুণ আত ।
হৰিনাম কীৰ্ত্তনতে সংসাৰ বন্ধত মুক্ত
হুয়া পাৱে কৃষ্ণক সাক্ষাত ॥২৩০॥
অপবিত্ৰ হৌক নৰ পবিত্ৰ হৌক বা যদি
গৈয়া আছে সবে অবস্থাক ।
যিজনে পুণ্ডৰীকাক্ষ বোলয় পৰম শুদ্ধ
বাহিৰে ভিতৰে কৰে তাক ॥
মহৎ তপৰ ফল হৰিৰ স্মৰণ মাত্ৰ
পুণ্য সন্ততিৰ জন্মস্থান ॥
জীৱনৰ স্বাদ ফল হৰিৰ স্মৰণে নিষ্ঠ
শাস্ত্ৰত নিয়ম এহিমান ॥২৩১॥
তপ পুণ্য জন্ম ফল সমস্তৰে হৌক সিদ্ধি
কৰিয়োক হৰিক স্মৰণ ।

অম্বৰিষ নৃপতিৰ আগত শুনিয়ো যেন
'মহা ঋষি শৌনক বচন ॥
অম্বৰিষ শুনিয়োক পৰম কল্যাণ ৰূপ
ভক্তিভাৱে মোহৰ বচন।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ সবাহাৰে সিদ্ধি হেতু
কৰিয়োক গোবিন্দ কীৰ্ত্তন ॥২৩২॥
শুনিয়ো ৰাজেন্দ্ৰ তুমি পৰম জ্ঞানক ইচ্ছা
কৰা যদি থিৰ কৰি মন।
জ্ঞান হন্তে পৰম্পদ লভিবা আদৰে তেৱে
কৰা সদা গোবিন্দ কীৰ্ত্তন ॥
ব্ৰহ্ম হত্যা আদি কৰি পাতকৰ ক্ষয় ইচ্ছা
কৰা তুমি নৃপতি মনত।
ইন্দ্ৰিয় সমূহ তেৱে নিয়মি গোবিন্দ নাম
কৰিয়োক কীৰ্ত্তন সতত ॥২৩৩॥
ৰাজ্যক কৰাহা ইচ্ছা নুহিবা বিপুল ভোগ
কৰা ইচ্ছা বিশিষ্ট পুত্ৰক।
আনোবা সম্পদে ইচ্ছা থাকে সদা মহা যত্নে
কীৰ্ত্তন কৰিয়ো গোবিন্দক ॥
কৰা ইচ্ছা তুমি যেৱে পূৰ্ব্ব জনমৰ যত
আছে পাপ সবে ক্ষয় হৌক।
তোমাৰ কৰ্ত্তব্য তেৱে গোবিন্দ নামক ৰাজা
সদায় কীৰ্ত্তন কৰিয়োক ॥২৩৪॥
ৰণ সময়ত যেৱে বিপুক জিনিবে প্ৰতি
আছে ইচ্ছা নৃপতি তোমাৰ।

এক চিত্ত মনে ভেবে গোবিন্দনামক নিতে
কীর্ত্তন কবিয়ো বাবম্বাব ॥
সহস্রেক বাজপেয় যজ্ঞব ফলক পাইবে
যদি তযু মনে ইচ্ছা কবে ।
প্রভাতে উঠিয়া নিতে গোবিন্দ নামক ভেবে
কীর্ত্তন কবিয়ো নিবন্তবে ।২৩৫॥
গুৰু ভাৰ্য্যা হবণত নিজ মাতৃ গমনত
সিজে মহাপাপ যত যত ।
সিটো মহাপাপ সব সমস্তে বিনাশ যায়
গোবিন্দ গোবিন্দ কীর্ত্তনত ॥
সাঙ্খ্য অষ্টাঙ্গ যোগে কিবা কার্য্য কবিবাহা
মুকুতিক যেবে আছে চিত্ত ।
শুনিয়ো বাজেন্দ্র ভেবে গোবিন্দ নামক তুমি
কীর্ত্তন কবিয়ো প্রতিনিত ।২৩৬
অভক্ষ ভক্ষণে পাপ উপজে অযোগ্য দান
গ্রহণত যত পাপ হয় ।
শুনিয়ো নৃপতি তুমি গোবিন্দ কীর্ত্তনে সিটো
পাপ চয় হোবয় প্রলয় ॥
অম্ববিষ শৌনকব সম্বাদ সংহবি থৈলোঁ
কহি নানা নামব মহত্ত ।
শুনিয়োক আত পবে নামব মহিমা যত
কহিছে ব্রহ্মাণ্ড পুবাণত ॥২৩৭॥

সৰ্ব্ব অৰ্থ শক্তি যুক্ত দেৱৰো দেৱতা হৰি
চক্ৰ যাৰ প্ৰকাশয় হাতে ।
তান মনোহৰ নাম যতেক কৰ্ত্তব্য কাৰ্য্যে
নিয়োজন কৰিব সবাতে ॥
অহৰ্নিশে বিষ্ণুভজনে পৰম আনন্দ মনে
ৰাম ৰাম বুলিয়া জপয় ।
কোটি এক কুল সিটো মহাপাতকত হন্তে
উদ্ধাৰিয়া স্বৰ্গক নিয়য় ॥২৩৮॥
মহাপাপ যুক্ত হয়া অহৰ্নিশে সিটো নৰে
হৰিনাম কীৰ্ত্তন কৰয় ।
শুদ্ধচিত্ত হয়া সিটো মকুতি পদক যায়
ইটো সত্য জানিবা নিশ্চয় ॥
পুৰাণক বিচাৰিয়া নামৰ মহিমা শ্লোক
লিখিয়া কৰিলা একথাই ।
পুৰাণৰ প্ৰসঙ্গক সম্বৰি লিখিলা আৰু
নানা উপপুৰাণক চাই ॥২৩৯॥
প্ৰথমতে বৃহৎ বিষ্ণু পুৰাণত যেন মত
কহি আছে মহিমা নামৰ ।
তাকথিৰ মন কৰি হৰিক মনত ধৰি
শুনা সামাজিক নিৰন্তৰ ॥
হৰিনাম পৰি হৰি নানা কৰ্ম্ম ধৰ্ম্ম কৰি
যদি নৰে স্বৰ্গক পাৱয় ।

যিমানি কৰ্ম্মৰ ফল ভুঞ্জি অন্ত কৰি পুণ্য
সংসাৰত পৰয় নিশ্চয় ॥২৪০॥
ঈশ্বৰৰ বাসুদেৱ নামৰ জাপ্যেসে জানা
অতি মহাধৰ্ম্ম নিৰুপম।
সংসাৰ নিকাৰ বন্ধে অক্ষয় পুণ্যক সন্ধে
মুকুতিৰ বীজ অনুত্তম॥
কতেকেসে স্বৰ্গ পদে বাসুদেৱ নাম জাপ্যে
জানিবাহা মহন্ত অন্তৰ॥
স্বৰ্গ হন্তে পৰে পুনু বাসুদেৱ নাম জপি
উত্তম মুকুতি পাৱে নৰ ॥২৪১॥
ইসব প্ৰসঙ্গ থওো শুনা পুনৰপি কওো
ঈশ্বৰৰ নামৰ মহিমা।
যত পাপ হৰিবাক পাৰয় হৰিৰ নামে
কহি কোনে কৰিবেক সীমা॥
যেন মহা অগনিক তৃণবনে নোজোৰ্ভয়
দহি ভস্ম কৰে নিৰন্তৰে।
ততেক পাতেক পাপী কৰিবাক নপাৰয়
হৰিনামে যত পাপ হৰে ॥২৪২॥
অনন্ত শকতি নাম ধৰ্ম্ম মাজে অনুপাম
জানি আৰ নেৰিবা কীৰ্ত্তন।
আক যেন ফলান্তৰ সাধয় হৰিৰ নামে
শুনা তাক কৰি থিৰ মন।

হবিনাম কীৰ্ত্তনেসে সমস্তে বোগক হবে
কবে দুষ্ট উপদ্ৰব যত।
যতেক আছয় বিষ্ট সবাকে কবয় শান্তি
হবে দোষ আনো নানামত ॥২৪৩॥
গঙ্গাব সমান তীৰ্থ নাহিকয় পৃথিবীত
নাহি দেৱ কেশৱত পব।
ৰাম কৃষ্ণ হবি ইটো ত্ৰিতয় নামব সম
নাহি মন্ত্ৰ শোধক পাপব ॥
ঈশ্বৰত ভক্তি যুক্ত হুয়া বাম কৃষ্ণ হবি
নামক কীৰ্ত্তন সদা কবে।
সমস্ত পাপত হন্তে মুক্ত হুয়া মহাসুখে
বিষ্ণু লোক পবে সিটো নবে ॥২৪৪॥
হেনৰাম কৃষ্ণ হবি নামে আছে জগতবি
মুখে মুখে বচনো আছয়।
তথাপিতো সুস্মবে সংসাবত ভ্ৰমিমবে
হসি বিপবীত আতিশয় ॥
যতলোক সমজ্যাব পদনাম মালিকাব
শুনি মনে হয়োক সন্তোষ।
থাউক দুঃখচয় দুব হৌক পাপ মসিমুব
ঘনে ঘনে কবা হবিঘোষ ॥২৪৫॥

---

# পদ।

বৃহৎ বিষ্ণু পুৰাণত মহিমা নামৰ।
কহিলেক যেন শুনিলাহা নিৰন্তৰ॥
নৰসিংহ পুৰাণত যিমত কহয়।
কৰোহোঁ বেকত শুনা সভাসদ চয়॥২৪৬॥
পৰম ঈশ্বৰ দেৱ প্ৰভু মহেশ্বৰ।
আপুনি মহিমা কন্ত আপোন নামৰ॥
কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি মোক যিটো নৰে।
পৰম শ্ৰদ্ধাই প্ৰতি দিবসে সুমৰে॥২৪৭॥
নৰকত হন্তে তাক কৰোহোঁ উদ্ধাৰ।
শুনিয়োক যেন মত পটন্তৰ আৰ॥
জলক ভেদিয়া যেন পদ্মবাজ হয়।
মোৰ নাম গ্ৰাহিক উদ্ধাৰোঁ সেহি নয়॥২৪৮॥
গোবিন্দ পুণ্ডৰীকাক্ষ নৰসিংহ নাম।
ত্ৰিবিক্ৰম সমে চাৰি নাম অনুপাম।
যিজনে কৰয় মুখে সন্ততে কীৰ্ত্তন।
হে কৃষ্ণ লৈলো মঞি তোমাত শৰণ॥২৪৯॥
এহিমত ভক্ত ভৈল যিজন আম্মাৰ।
সংসাৰ দুঃখত হন্তে কৰোহোঁ উদ্ধাৰ।
হে প্ৰভু দেৱৰো দেৱতা জনাৰ্দ্দন॥
তোমাত শৰণাপন্ন ভৈলো নাৰায়ণ॥২৫০॥

এহিমতে লৈল মোৰ শৰণ বিজনে।
দুঃখময় সংসাৰত উদ্ধাৰো তেখনে॥
কৃষ্ণে কহিলন্ত যত নামৰ মহত্ত।
এহি কথা যমে কৈলা দূতৰ আগত॥২৫১॥
কৃষ্ণৰ বচন যমে কহন্তে দূতত।
শুনিলে নাৰকী লোকে যমৰ মুখত॥
নামৰ মহিমা শুনি মনত সন্তোষে।
কৃষ্ণ কৃষ্ণ বুলিয়া নাৰকী লোকে ঘোষে॥২৫২॥
কৃষ্ণ কৃষ্ণ নৰসিংহ বুলি ছাড়ে ডাক।
পশিলোঁ শৰণে কৃষ্ণ উদ্ধাৰা আমাক॥
যেন যেন মতে হৰি কীৰ্ত্তন কৰিল।
সেহি সেহি মতে হৰি ভকতি লভিল॥২৫৩॥
হৰি ভক্তিযুক্ত হুয়া নৰক দুঃখক।
এৰায়া আনন্দে গৈল বৈকুণ্ঠ লোকক॥
হৰিৰ নামৰ দেখা মহিমা অদ্ভুত।
নাৰকীকো কৃষ্ণ নামে কৰিলে মুকুত॥২৫৪॥
হেন জানি আছে যাৰ গাৱত চেতন।
তাৰতুষ তেজি কৰা কৃষ্ণৰ কীৰ্ত্তন॥
প্ৰসঙ্গ সংৰবি নৰসিংহ পুৰাণৰ।
বৃহৎ নৰসিংহত শুনিয়ো আতপৰ॥২৫৫॥
ইন্দ্ৰিয়ক নিয়ম কৰিয়া বিভোজন।
প্ৰতি দিনে দিনে কৰে গোবিন্দ কীৰ্ত্তন॥

এতেকতে সমস্তে পাপতে মুক্ত হয় ।
সূর্য্য যেন প্রকাশ কৰয় আতিশয় ॥২৫৬॥
আতপৰে শুনিয়ো আদিত্য পুৰাণত ।
যিমত কহিয়া আছে নামৰ মহত ॥
হৰি কীৰ্ত্তনত যত পুণ্য উপজয় ।
মহা পাতকত সেহি পুণ্যে বিনাশয় ॥২৫৭॥
সৰ্ব্ব কামপ্ৰদ হৰি নামৰ কীৰ্ত্তনে ।
জানি ইটো লোকত যি সব মহাজনে ॥
সমস্তে তেজিয়া হৰি নামক গাৱয় ।
কল্যাণ স্বৰূপ পৰম্পদক পাৱয় ।
আঙ্গিৰস পুৰাণত শুনা আতপৰে ।
সংসাৰত মহাভয় হুয়া যিটো নৰে ॥
বাসুদেৱ নাম মাত্ৰ সদা উচ্চাৰয় ।
এতেকতে সংসাৰত হন্তে মুক্ত হয় ॥২৫৯॥
বিষ্ণুৰ পদক গৈয়া পাৱে আনন্দত ।
নকৰিবা আৰ কিছু সংশয় মনত
বায়ু পুৰাণত শুনিয়োক আতপৰ ।
কহয় প্ৰভাৱ যেন ঈশ্বৰ নামৰ ॥২৬০॥
পৰম হৰিষে আতি যিটো মহাপয় ।
নমো নাৰায়ণ বুলি কীৰ্ত্তন কৰয় ॥
গুৰু ভাৰ্য্যা শত যদি হৰিয়া থাকয় ।
সিসব পাপত হন্তে সন্তে মুক্ত হয় ॥২৬১॥

হৰি থাকে ব্ৰাহ্মণৰ বহু চিত্তচয় ।
হৰি বুলি যি কালত কীৰ্ত্তন কৰয় ॥
সিসব সকল পাপ জানিবা নিশ্চয় ।
হৰিৰ কীৰ্ত্তন বহ্নি ঘৰিতে দহয় ॥২৬২॥
যেন বহ্নি কাষ্ঠচয় দহি ভস্ম কৰে ।
জানি হৰি কীৰ্ত্তন কৰিয়ো নিৰন্তৰে ॥
ব্ৰহ্মাণ্ড শতেক দানে পাৱে যত ফল
গোবিন্দ কীৰ্ত্তনে তাক পাৱয় সকল ॥২৬৩॥
পাপ নষ্ট কৰে পুণ্য ফলক পাৱয় ।
হৰিৰ নামৰ ইটো অদভূত নয় ॥
যিহেতু হৰিৰ নাম কীৰ্ত্তন কৰিয়া ।
চাণ্ডালো মুকুত হোৱে সংসাৰ তৰিয়া ॥২৬৪॥
হৰি কীৰ্ত্তনৰ জানা মহিমা অনন্ত ।
বেদগণো কহিযাৰ নপাৰন্ত অন্ত ।
উপনিষদৰো ইটো পৰম সম্মত ।
জানিয়া কৰিয়ো ৰতি হৰি কীৰ্ত্তনত ॥২৬৫॥
মহাভাৰতত যত হৰিৰ নামৰ ।
কহিছে মহিমা তাক শুনা আতপৰ ॥
উদ্যোগ সময়ে কৃষ্ণ সভাৰ মধ্যত ।
আপোন নামৰ কন্ত আপুনি মহত ॥২৬৬॥
যুধিষ্ঠিৰ মুখ্যকৰি যত ৰাজাগণ ।
সব্বকো সম্বোধি কৃষ্ণে বোলন্ত বচন ।

শুনিয়ো নৃপতিগণ বচন আম্মাৰ ॥
বিকালন্ত দুষ্ট দুঃশাসন দুৰাচাৰ ॥২৬৭॥
সভামধ্যে দ্ৰৌপদীক বিবস্ত্ৰ কৰয় ।
বিবস্ত্ৰ লজ্জাক দ্ৰৌপদীৰ ভৈলা ভয় ॥
দেখিলন্ত পাণ্ডৌ পতি নিষ্প্ৰভ প্ৰতাপ ।
পাণ্ডোজন ভৈলন্ত নিৰ্ব্বিষ যেন সাপ ॥২৬৮॥
সমজ্যাত মোক নেদেখিলা বিদ্যমান ।
শুণন্ত আমাক কোনে কৰিবেক ত্ৰান ॥
বিচাৰিয়া মনে পাছে কৰিলন্ত সাৰ
গোবিন্দ বিনাই মোৰ নাহিকে নিস্তাৰ ॥২৬৯॥
দেখিলে যদ্যপি মঞি আছোঁ বিবস্ত্ৰ ।
উচ্চ কৰি গোবিন্দ গোবিন্দ উচ্চাৰন্ত ॥
শুনি সমজ্যাৰ লোক আশ্চৰ্য্য ভৈলন্ত ॥২৭০॥

শৰীৰেসে মাত্ৰ মঞি আছো বিদূৰত
সুমৰন্তে ভৈলোঁ তান হিয়াত বেকত ॥
কিমতে লজ্জাক ৰাখোঁ হেন মনে গুণি ।
বস্ত্ৰৰূপ তান মঞি ভৈলোহোঁ আপুনি ॥২৭১॥

কোনো জনে তান একো অঙ্গ নেদেখিল ।
সভাৰ লোকৰ মনে আশ্চৰ্য্য মিলিল ॥
কৰিলন্ত বশ্য মোক নামৰ কীৰ্ত্তনে॥
শ্ৰৱণ মাত্ৰকে প্ৰবেশিলা মোৰ মনে ॥২৭২॥

শুনা স্বৰূপত যত লোক সমজ্যাৰ।
হৃদয়ৰ পৰা মোৰ গুপ্তচন্দ্ৰ আক ॥
যিহেতু দ্রৌপদী নজানিলা মঞি যিনি।
এতেকে তাহান মঞি হুয়া আছো ঋণি ॥২৭৩॥
তাহান শক্ৰৰ যেন্নে নিচিন্তোহোঁ মাৰ।
তাৰত গুপুচে মোৰ দ্রৌপদীৰ ধাৰ ॥
এহিমানো সম্বৰিলো বচন কৃষ্ণৰ।
ভগৱন্ত গীতাত শুনিয়ো আতপৰ ॥২৭৪॥
যিটো ভৈল একান্তিক কৃষ্ণৰ ভকত।
কৰন্ত প্ৰকাশ কৃষ্ণ তাহ'ৰ মনত ॥
ঈশ্বৰ সৰ্ব্বথা তাক নপাসৰে মনে।
ভকতৰ হিত মাত্ৰ চিন্তে সৰ্ব্বক্ষণে ॥২৭৫॥
কৃষ্ণত বিনাই সাৰ নাহি ভকতৰ।
ভকততো পৰে সাৰ নাহিকে কৃষ্ণৰ ॥
সমস্তে শাস্ত্ৰৰ সাৰ জানা এহিমান।
কৃষ্ণৰ বচন লৈয়ো প্ৰত্যক্ষ প্ৰমাণ ॥২৭৬॥
কহন্ত মাধৱে নিজ ভক্ত অৰ্জ্জুনত।
শুনিয়ো অৰ্জ্জুন মোৰ ভক্তিৰ মহত ॥
যিটো জনে লৈয়া মোত একান্ত শৰণ।
মোৰ গুণ নাম কৰে সততে কীৰ্ত্তন ॥২৭৭॥
দৃঢ় ব্ৰত ধৰি পূজা কৰে নিৰন্তৰে।
ভক্তিভাৱে মোক মাত্ৰ নমস্কাৰ কৰে ॥

পৰম নিয়ত চিত্ত হুয়া অতিশয় ।
সবে তেজি মোক্ত মাত্র উপসা কৰয় ॥২৭৮॥
এহিমতে ভক্তি মোত কৰে যিটোজনে ।
কদাচিতো তাক মঞি মপাসৰোঁ মনে ॥
মোত পৰে ভক্তে চিত্ত নেদয় আনত ।
মোকেসে নির্ম্মল মনে স্মৰয় সতত ॥২৭৯॥
নিত্য নিয়ত চিত্ত হুয়া সৰ্ব্বক্ষণে ।
মোৰ ভক্তি যুক্ত হুয়া মোক চিন্তে মনে ॥
যদ্যপি অর্জ্জুন মঞি পৰম দুর্ল্লভ ।
সিটো ভকতৰ হয়োঁ অত্যন্ত সুলভ ॥২৮০॥
পৰম অভ্যাস যোগ যুক্ত হুয়া চিত্তে ।
অনন্ত শৰণে মোক যিটো চিন্তে নিতে ॥
দিনে দিনে চিন্তন্তে বাঢ়য় অনুৰাগ ।
নেৰয় চিত্তত মোক সিটো মহাভাগ ॥২৮১॥
নোচোৱে অর্জ্জুন তাক সংসাৰৰ দুঃখে ।
পৰম পুৰুষ দিব্য মোক পাৱে সুখে ॥
এহিমানে সম্বৰিলোঁ কৃষ্ণৰ বচন ।
অর্জ্জুনৰ বাক্য শুনা থিৰ কৰি মন ॥২৮২॥
মাধৱৰ বিশ্বৰূপ অর্জ্জুনে আকলি ।
নম্রভাবে বচন বোলন্ত কৃতাঞ্জলি ॥
হে হৃষীকেশ প্রভু দেৱ মহেশ্বৰ ।
তযু নাম কীর্ত্তন কৰন্তে নিৰন্তৰ ॥২৮৩॥

সমস্ত জগতে আতি হৰিষ কৰয়
যাতে অনুৰাগ মনে সন্তোষ মিলয়॥
তোমাৰ কীৰ্ত্তন আতি পৰম অগণি।
তাৰ শিখা লাগে যক্ষ ৰাক্ষসক চানি॥২৮৪॥
সহিতে নপাৰে গায় দগ্ধ আতি কৰে॥
দশোদিশে ভাগি পলায় যায় নিৰন্তৰে।
নাম কীৰ্ত্তনক শুনি সিদ্ধগণ যত।
কৰে নমস্কাৰ আতি হুয়া অৱনত॥২৮৫॥
কাহাৰো সন্তোষ তযু নাম কীৰ্ত্তনত।
কেহো কেহো মহা দুঃখ পায়য় মনত॥
ইটো আতিশয় প্ৰভু অদভুত নয়।
পৰম যুগুত ইসে মোৰ মনে লয়॥২৮৬॥
গীতাৰ প্ৰসঙ্গ সংহৰিলো এহিমানে।
ভাৰত বিভাগে আৰে শুনা সাৱধানে॥
যদি তৈল বিহীন লক্ষণ নিৰন্তৰে।
সমস্ত পাতক যুক্ত যদি হোৱে নৰে॥২৮৭॥
শিৱক ভাবনা চিত্তে কৰন্তে কেৱল।
হৰয় সমস্তে সিটো পাপ অমঙ্গল॥
যাৰা সবে কৃষ্ণতেসে হুয়া অৱনত।
কৃষ্ণকেসে অনুক্ষণে স্মৰয় মনত॥২৮৮॥
ৰাত্ৰিটো কৃষ্ণক মাত্ৰ স্মৰে নিৰন্তৰে।
প্ৰভাতে উঠিয়া পুনু কৃষ্ণক স্মৰে॥

অনায়াসে হবে যত সংসাৰৰ ক্লেশ ॥
শৰীৰ তেজিয়া হও কৃষ্ণত প্ৰবেশ ॥২৮৯॥
দ্বিজগণে মন্ত্ৰক উচ্চাৰি দেন্ত যুত ।
সিটো হোম হোৱে হেন প্ৰবেশ বহ্নিত ॥
কৃষ্ণক সুমৰি গৈয়া প্ৰবেশে কৃষ্ণত ।
দৃষ্টান্ত সহিতে আক কৰিলো বেকত ॥২৯০॥
নাম কীৰ্ত্তনৰ আক শুনা ফলান্তৰ ।
হৰি হেন নাম ইটো দুগুটি অক্ষৰ ॥
হৰি হৰি বুলি যিটো কৰয় কীৰ্ত্তন ।
পৰম কৃতাৰ্থ আতি হোৱে সিটোজন ॥২৯১॥
যি কালত প্ৰাণীগণে প্ৰয়াণ কৰয় ।
পুণ্যৰ সম্বল হৰি নামেসে অক্ষয় ॥
নাহি মহা ব্যাধি আৰ সংসাৰত পৰে ।
হৰিনাম ঔষধে সে তাক দূৰ কৰে ॥২৯২॥
মনুষ্যৰ দুঃখ শোক সাগৰ সমান ।
হৰিনাম নাৱেসে কৰয় পৰিত্ৰাণ ॥
সংসাৰ সাগৰ তৰিবাক যাৰ চিত্ত ।
হৰিনাম কীৰ্ত্তন নে'বৰ কদাচিত ॥২৯৩॥
আক শুনা হৰিনাম কীৰ্ত্তনৰ ফল ।
হৰিনাম কীৰ্ত্তনেসে পৰম মঙ্গল ॥
মাতৃ পিতৃ গো দ্বিজ গুৰু আছে মাৰি ।
ইসব প্ৰমুক্তে যত পাপী অহঙ্কাৰী ॥২৯৪॥

চাণ্ডাল প্রমুখ্যে যত অন্ত্যজ আছয় ।
যি সব গৃহস্ত নিত্তে মহাজন চয় ।
দেৱতা বিমুখ্য সদা কীর্ত্তন কৰয় ॥২৯৫॥
ভূত প্রেত পিশাচ দানব নিশাচৰ ।
বিনায়ক বেতাল কুষ্মাণ্ড নিৰন্তৰ ॥
যক্ষ আদি কৰি আনো আছে যত যত
কদাচিত্তো নথাকয় কীর্ত্তন থানত ॥২৯৬॥
শুনিলা মহিমা ইটো হৰি কীর্ত্তনৰ ।
কহো আৰে মাহাত্ম্য ঈশ্বৰ স্মৰণৰ ॥
শ্রীৰাম চন্দ্র মহেশ্বৰ ভগৱন্ত ।
বশিষ্ঠ প্রমুক্ষ সবে সভাত কহন্ত ॥২৯৭॥
হুয়া একবাৰ যিটো আমাত প্রপন্ন ।
ভৈলোহোঁ তোক্ষাৰ বুলি প্রার্থয় বিক্তন ॥
শুনিয়ো স্বৰূপ বাণী সভাসদ যত ।
আজন্ম প্রভৃতি মোৰ সংকল্প মনত ॥২৯৮॥

সর্ব্বদা অভয় মঞিও দেঞো সিজনক ।
আছো আন ভয় তাৰ নাহিকে যমক
পাথৰৰ ৰেখা যেন বচন ৰামৰ ।
এহিমানে সবোদ্ধাৰ সমস্তে শাস্ত্ৰৰ ॥২৯৯॥

আত অনন্তৰে আৰে শুনিয়ো সম্প্রতি ।
প্রভাতে উঠিয়া যিটো নৰ মহামতি ॥

মধুসূদনক মুখে কীৰ্ত্তন কৰয় ।
এতেকে সমস্তে তাৰ পাপ নাশ হয় ॥৩০০॥
শুনিলা সম্প্রতি ইটো নাম মহিমাক ।
নন্দি পুৰাণত যেন কহে শুনা তাক ॥
সৰ্ব্বদায়ে যাৰা সবে সমস্তে কালত ।
কৰন্ত কেৱলে পাপ আছে যত যত ॥৩০১॥
বিষ্ণুৰ কীৰ্ত্তন কৰি বিনাশি পাপক ।
পাৱয় বিষ্ণুৰ গৈয়া পৰম পদক ॥
বহ্নি পুৰাণতো নাম মহিমা কহয় ।
মহামহা ব্যাধি যুক্ত হুয়া আতিশয় ॥৩০২॥
ৰাজাৰ দণ্ডত পীড়া পাৱে আতিশয় ।
আনো আনো দুঃখ নৰে যতেক পাৱয় ॥
কৰিয়া কীৰ্ত্তন নৰে নাৰায়ণ বুলি ।
নকৰে কাহাকো শঙ্কা মনত সমূলি ॥৩০৩॥
ব্ৰাহ্মণৰ সৰ্ব্বস্বক যিজনে হৰয় ।
হঠাতে ব্ৰাহ্মণে সুৰা পানক কৰয় ॥
যিটো পাপী নৰ ব্ৰহ্ম বধ আচৰয় ।
আত হন্তে যত মহা পাপ উপজয় ॥৩০৪॥
বিষ্ণুনাম কীৰ্ত্তনক কৰন্তে নিশ্চয় ।
সমস্তে পাপত সিটো মুকুত হোৱয় ॥
শুনিয়োক পুনৰপি মহাজন চয় ।
ইতিহাসোত্তমত কহিছে যেন নয় ॥৩০৫॥

কীৰ্ত্তন কৰন্তে আতি বিষ্ণুৰ নামক
যিটো পুৰুষৰ মুহি শৰীৰ পুলক
নাহিকে নেত্ৰত নিৰ নিগিলে হাবৰ
পৰম কঠিন সিটো বজ্ৰৰ সদৃশ ॥৩০৬॥
তাহন্তে বশিষ্ঠ শতদ্যুম্ন সম্বাদত।
শুনি শতদ্যুম্নে বশিষ্ঠৰ বাক্য যত ॥
শতদ্যুম্নে বচন বোলন্ত বশিষ্ঠক।
শুনিয়ো বশিষ্ঠ তুমি মোৰ বচনক ॥৩০৭॥
বিষ্ণু নাম উকুত কৰন্তে কোনো জন।
যি কালত তাক তুমি শুনা তপোধন ॥
ইটো সাপ শৰীৰ এৰিয়া সিকালত।
দাৰুণ স্বভাৱ ইটো তেজিবা সমস্ত ॥৩০৮॥
সৰ্ব্বেশ্বৰ হৰিৰ নামৰ স্মৰণত।
হুইবেক প্ৰক্ষিণ তযু পাপ আছে যত ॥
পূৰ্ব্বৰ শৰীৰ তেবে পাইবা মুনিবৰ।
নাহি পুণ্য হৰিনাম স্মৰণত পৰ ॥৩০৯॥
শতদ্যুম্ন বশিষ্ঠ সংবাদ ইটো থওো।
শুনা তৈতে অপৰ সম্বাদ তাক কওো ॥
ভৃগু মহা ঋষিয়ে কহন্ত শৌনকত।
শুনিয়ো শৌনক হৰি নামৰ মহত্ত ॥৩১০॥
পাপ কৰ্ম্মে নৰ সবে পচে নৰকত।
তাৰা সবো কৰি হৰি কীৰ্ত্তন মুখত ॥

নাম কীৰ্ত্তনত হন্তে যিলে ভাগ্যোদয় ।
পাপত নিস্তৰি সবে মুকুতি পাবয় ॥৩১১॥

তহিতে অপৰ শুনিয়োক মহাজন ।
নাৰকীক প্ৰতি যেন পুৰুষ বচন ॥
শুনিয়ো নাৰকী সব বচন আম্মাৰ ।
কহোঁ তোমাসাত সৰ্ব্ব শাস্ত্ৰ সাৰোদ্ধাৰ ॥৩১২॥

পৰম দয়ালু দেৱ প্ৰভু নাৰায়ণ ।
আন্ত পৰে * কৃতজ্ঞ নাহিকে একো জন ॥
তান নাম একবাৰ কীৰ্ত্তন কৰন্তে ।
এতেকে মুকুতি তাঙ্ক দেন্ত ভগৱন্তে ॥৩১৩॥
তাঙ্ক তোৰাসবে নস্মৰিলা কিবা কাজে ।
ভুঞ্জাহা নিকাৰ ঘোৰ নৰকৰ মাজে ।
এবে কিবা কাৰ্য্য সাধে "হা-হা" কৰণত ।
স্মৰা অহৰ্নিশে তোৰা বিষ্ণুক মনত ॥৩১৪॥

নিশেষে দুৰিত যত হৰিবে হৰন্ত ।
স্মৰণন্তে নাৰকীকো কৃতাৰ্থ কৰন্ত ॥
জগতৰ পৱিত্ৰ নিৰ্ম্মল যত নাম ।
ওহিতে কীৰ্ত্তন মঞি কৰো অবিশ্ৰাম ॥৩১৫॥

নামৰ কীৰ্ত্তনে তোৰা সবৰ নিশ্চয় ।
সাধিবে কল্যাণ আত নাহিকে সংশয় ॥
শৌনকক সম্বুধি কহন্ত ভৃগু ঋষি ।
শুনিয়োক মহাঋষি পৰম হৰিষি ॥৩১৬॥

---

* কৃতজ্ঞ—উপকাৰজ্ঞাপক লোক ।

নাৰকীক কৃপায়ে পুৰুষ মহাজন ।
কৰিলা তহিতে হৰি নামক কীৰ্ত্তন ॥
হৰিনাম কীৰ্ত্তন পৰম সুমঙ্গল ।
শুনিলে উৎসুকে তাক নাৰকী সকল ॥৩১৭॥
নৰক যাতনা দুঃখ এৰাই অদভুত ।
নামৰ প্ৰসাদে ভৈল সমস্তে মুকুত ॥
যেন মতে বিষ্ণুৰ নামৰ কীৰ্ত্তনত ।
নৰকীয়ো সম্তে মুক্ত হুয়া নৰকত ॥৩১৮॥
মুকুতি পদকো গৈয়া পাৱয় সাক্ষাত ।
সেহিমতে কথা মঞি কহিলোঁ তোমাত ॥
এতেকেসে হৰিনাম কীৰ্ত্তনত পৰ ।
ইহলোকে ধৰ্ম্ম আৰ না'হি শ্ৰেষ্ঠতৰ ॥৩১৯॥
কুকুৰকো খায় যিটো চাণ্ডাল অধম ।
পাপমাত্ৰ আচৰে অনেক কৰি শ্ৰম ।
তথাপি ততেক পাপ কৰিতে নোৱাৰে ।
বিষ্ণু নামে যত পাপ হৰিবাক পাৰে ॥৩২০॥
অনাদি পুৰুষ বিষ্ণু তানে নামচয় ।
সোপনতো যিটো নৰে স্মৰণ কৰয় ॥
তথাপিতো তাহাৰ অক্ষয় পাপ যত ।
ঈশ্বৰৰ নামে ক্ষয় কৰয় সমস্ত ॥৩২১॥
হৰিনাম কীৰ্ত্তন কৰন্তে প্ৰত্যক্ষত ।
তাহাৰ পাপক নামে কৰিবেক হত ॥

মনুষ্য লোকত ইটো কোন অদভুত ।
মাৰকীকো যিটো নামে কৰয় মুকুত ॥৩২২॥
পৰম আশ্চৰ্য্য কৰ্ম্মা হৰি মহেশ্বৰ ।
তাহান নামক প্ৰসঙ্গত যিটো নৰ ॥
শুনেবা বদিবা মুখে কীৰ্ত্তন কৰয় ।
তথাপিতো তাৰ পাপ সমস্তে দহয় ॥৩২৩॥
হেনয় হৰিৰ নাম যিটো মহাজন ।
ভক্তিভাৱে কৰে নিতে শ্ৰৱণ কীৰ্ত্তন ॥
দহিবেক তাৰ যত পাপ নিৰন্তৰ ।
কোন অদভুত ইটো হৰিৰ নামৰ ॥৩২৪॥
কহি ঐত ঈশ্বৰৰ নাম মহিমাক ।
বায়ু পুৰাণত যেন মত শুনা তাক ॥
ইটো জম্বু দ্বীপ গুণ বৰ্ণনা কৰন্তে ।
নৰ্ম্মদা নদীৰ তীৰে প্ৰভু ভগৱন্তে ॥৩২৫॥
বৈষ্ণৱ সবক যেন বুলিলা বচন ।
কহো তাক শুনিয়োক থিৰ কৰি মন ॥
বৈষ্ণৱ সবক সম্বোধিয়া নাৰায়ণ ।
বোলন্ত শুনিয়ো সত্য আত্মাৰ বচন ॥৩২৬॥
একবাৰ মাত্ৰ মোৰ নাম উচ্চৰয় ।
এতেকতে পায়ে মোক জানিবা নিশ্চয় ॥
বেদতো ৰহস্য ইটো কৃষ্ণৰ বচন ।
জানি সবে তেজি কৰা নামক কীৰ্ত্তন ॥৩২৭॥

শ্রবণ,কীর্ত্তন নিত্তে করিয়ো নামক ।
পাইবা অনায়াসে পৈয়া ঈশ্বর কৃষ্ণক ॥
সমস্তে শাস্ত্রর তত্ত্ব সার এহিমান ।
দেখাইলোঁ ঈশ্বর বাক্যে প্রত্যক্ষে প্রমাণ ॥৩২৮॥
নামর মহিমা আক সভাসদ লোক ।
স্কন্দ ভাগৱতে যেন কহে শুনিয়োক ॥
করে গরু স্ত্রিরী বধ সুবর্ণ হরয় ।
ব্রহ্ম বধ আদি পাপ সমস্তে করয় ॥৩২৯॥
জানিবাহা গোবিন্দর নাম কীর্ত্তনত ।
শতধা স্বরূপে পাপ সবে হোরে হত ॥
ব্রহ্ম হত্যা আদি করি পাতক আচরি ।
হরিনাম কীর্ত্তনে সবাকো ক্ষয় করি ॥৩৩০॥
মুকুতিকো পারে করি পুরুষ উদ্ধার ।
নানান শাস্ত্রত দেখাইলোহো বারম্বার ।
শুনিয়োক আবে আক থির করি মন ।
ঈশ্বরক বৈর ভাব করে যিটো জন ॥৩৩১॥
অহর্নিশি মাধৱক শত্রু বুদ্ধি করি ।
তরিল সংসার তান নামক উচ্চারি ॥
সাক্ষাতে প্রমাণ আর লৈয়োক সাম্প্রত ।
শিশুপাল আদি শত্রু রাজাগণ যত ॥৩৩২॥
মাধৱক শত্রু বুদ্ধি করি অবিশ্রাম ।
সেহিভাবে মুখত নছাড়ে তান নাম ॥

তথাপিতো কবি কর যমত্তে পাপক।
সংসাব নিস্তবি সবে গৈল বৈকুণ্ঠক ॥৩৩৩॥
শক্র ভাত্রে পাইলে গতি বাজাগণ যত ॥
যাবা সব পবম উত্তম ভাগৱত ॥
কৃষ্ণত ভকতি মাত্র কবন্ত সাক্ষাত।
তাবা পাইবে গতি কোন সংশয় ইহাত ॥৩৩৪॥
এতেকে শুনিয়োঁ তাক কহো ববপত
কিবা কার্য্য বেদাগম শাস্ত্র বিস্তবত ॥
অনেক তীর্থত কিবা আছে প্রয়োজন।
আপোনাব মুকুতিক যদি আছে মন ॥৩৩৫॥
গোবিন্দ গোবিন্দ মুখে কবিয়ো কীর্ত্তন ॥
এহিমানে মাত্র মহা মোক্ষব সাধন ॥
পূর্ব্ব জনমব আছে পাপ যত যত।
যতেক পাতকচয় সিজয় সাম্প্রত ॥
ভবিষ্যত কালে যত পাপ হইবে জাত।
গোবিন্দ কীর্ত্তন বহ্নি দহয় সাক্ষাত ॥
যত পাপ গণ সিজে অভক্ষ ভক্ষণে।
উপজয় যত পাপ অগম্য গমনে ॥৩৩৭॥
ইসব প্রমুক্ষে যত পাপ নিবন্তবে।
গোবিন্দ কীর্ত্তন বহ্নি সবে ভস্ম কবে ॥
মনুষ্য লোকত সিসি মহাভাগ্যবন্ত।
পবম কৃতার্থ সিসি মনুষ্য মহন্ত ॥৩৩৮॥

কলিৰ যুগত যিটো হৰিৰ নামক।
আপুনিয়ো স্মৰে হৰি স্মৰাৱে আনক॥
ইটো পৃথিৱীত যিটোজন দুৰাশয় ।
সজ্জন সবৰ সদা দ্ৰোহ আচৰয় ॥৩৩৯॥
সিয়ো হৰিনাম অনুদিন কীৰ্ত্তনত ।
হোৱয় পবিত্ৰ ধন্য জানা স্বৰূপত ॥
গোবিন্দ নামক ধন্য বুদ্ধি যিটোজন ।
পৰম হৰিষে কৰে সদায় কীৰ্ত্তন ॥৩৪০॥
নাহিকে পবিত্ৰ ধন্য সিজনক সৰি ।
সেহিসে আছয় ইটো পৃথিৱীক ধৰি ॥
হেন জানি আছে যাৰ চেতন গাৱত ।
কৰিয়োক মাত্ৰ ৰতি হৰি কীৰ্ত্তনত ।৩৪১॥
আত অনন্তৰ কৃষ্ণ নামৰ মহত ।
শুনা যেন কহিছে প্ৰভাষ পুৰাণত ॥
নিশেষ নিগমে ভৈল লতা অনুপাম ।
তাৰ অবিনাশী ফল জানা কৃষ্ণ নাম ॥৩৪২॥
মধুৰতো মধুৰ ৰসতো সুনিৰ্ম্মল ।
চৈতন্য স্বৰূপ মঙ্গলৰো সুমঙ্গল ॥
হেলায় বা যদি সুহি পৰম শ্ৰদ্ধায় ।
ইটো কৃষ্ণ নাম একবাৰ মাত্ৰ গায় ॥৩৪৩॥
এতেকতে কৃষ্ণ নামে তাৰয় তাহাক ।
জানিবাহা ভৃগুবৰ ইটো সত্য বাক ॥

কহিলোঁ প্রভাৱ ইটো কৃষ্ণৰ নামৰ ।
আনো কলান্তৰ শুনিয়োক আত্তপৰ ॥৩৪৪॥
কুশধ্বজ নাৰদ সম্বাদ সমস্ত ।
কৰি আছে ভগৱন্তে আপুনি বেক্ত ॥
নাৰদক সম্বুধি কহন্ত ভগৱন্ত ।
জানা মুনিবৰ মোৰ নাম অপৰ্য্যন্ত ॥৩৪৫॥
সমস্ততে কৰি কৃষ্ণ নাম শ্রেষ্ঠতৰ ।
ইটো কৃষ্ণ নামক নাহিকে সমসৰ ।
শুনিয়ো মহিমা আক থিৰ কৰি চিত্ত ।
সমস্ত পাপৰ ইসে মোক্ষ প্রায়শ্চিত্ত ।৩৪৫।
হোৱে শুদ্ধ কৃষ্ণ নাম কীৰ্ত্তন কৰন্তে ।
অনায়াসে পাৱে মোক্ষ সংসাৰত হন্তে ॥
কৃষ্ণৰ নামৰ কহি ফল শ্রেষ্ঠতৰ ।
কহো আৰে ফল যেন কৰ্ম্ম কীৰ্ত্তনৰ ॥৩৪৭॥
শুনা সাৱধান চিত্তে সমাজিক বত ।
হয়া আছে বিদিত কালিকা পুৰাণত ॥
শ্রীকৃষ্ণদেৱ বুলি বিজন সুমৰে ।
অগ্নিষ্টোম যজ্ঞ ফল পাৱে নিৰন্তৰে ॥৩৪৮॥
হৰ হেন নাম ইটো বিজনে গাৱয় ।
সিটো জনে জ্যোতিষ্টোম ফলক লভয় ॥
ভৱ হেন নাম যিটো কৰয় কীৰ্ত্তন ।
অশ্বমেধ ফলক পাৱয় সিটো জন ।৩৪৯॥

শৰ্ব্ব হেন নাম কৰি মুখত উচ্চাৰ।
সিটো জন কৰ্পাদিক কৰে নমস্কাৰ॥
সৰ্ব্বলোক নমস্কৃত হোৱে সিটো নৰে।
নিৰন্তৰে লোকত প্ৰকাশ আতি কৰে॥৩৫০॥
মুখত উচ্চাৰি যিটো নাম মহেশ্বৰ।
প্ৰত্যক্ষ বোধক লব্ধ হোৱে সিটো নৰ॥
পৰম পবিত্ৰ চিত্ত হুয়া সিটো নৰে।
নমস্কাৰ শিৱক কৰিব নিৰন্তৰে॥৩৫১॥
সৌত্ৰামণি যজ্ঞফল যতেক আছয়।
তাৰ ফলভাগী সিটো হইবেক নিশ্চয়।
বিভুৰ ঈশান ইটো নামক নিশ্চয়॥
যিটো ভাগ্যবন্ত নৰে কীৰ্ত্তন কৰয়॥৩৫২॥
শত কীৰ্ত্তিমন্ত সিটো হইবেক প্ৰত্যেক।
বাজপেয় যজ্ঞৰ ফলক লভিবেক।
যিটো মহাজন নৰে মহেশ নামক।
উচ্চাৰিয়া কীৰ্ত্তন কৰয় শঙ্কৰক॥৩৫৩॥
ৰাজৰাজেশ্বৰ হুয়া ভুঞ্জিয়া ভোগক।
যাইবেক আনন্দে সিটো শিৱৰ লোকক॥
পুৰাণৰ শ্লোক চয় কৰি সম্বৰণ।
অনন্তৰে লিখিলন্ত স্মৃতিৰ বচন॥৩৫৪॥
প্ৰথমতে জামদগ্নি নামে সংহিতাত।
হৰিৰ নামৰ গুনা মহিমা সাক্ষাত॥

হৰি হেন নাম ইটো দুগুটি অক্ষৰ ।
সম্যকে কীৰ্ত্তন আক কৰে যিটো নৰ ॥৩৫৫॥
জন্ম কোটি অনেকৰ কৰ্ম্ম কৰি ক্ষয় ।
পৰম পদক লভে সিটো মহাশয় ॥
ঈশ্বৰৰ হৰি নাম অক্ষৰ দুভয় ।
যিটো মুনিগণে তাক কীৰ্ত্তন কৰয় ।৩৫৬॥
তেন্তেসে জানিল আত্ম প্ৰকাশ শাস্ত্ৰক ।
ভৈলন্ত প্ৰাপত মহা অমৃত পদক ॥
জাবালি বচন শুনা সেহি সংহিতাত ।
হৰিৰ নামৰ শুনা মহিমা সাক্ষাত ॥৩৫৭॥
পৰম জপনী ইটো হৰিৰেসে নাম ।
আকেসে কৰিব মাত্ৰ ধ্যান অবিশ্ৰাম ॥
হৰিৰ নামক মাত্ৰ পাইব সৰ্ব্বক্ষণ ।
বহুধা প্ৰকাৰে নাম কৰিব কীৰ্ত্তন ॥ ৩৫৮ ॥
বহুধা আনন্দ ইচ্ছা কৰে যিটো নৰ ।
তাহাৰ কৰ্ত্তব্য আন নাহি আতপৰ ॥
বিশ্বামিত্ৰ সংহিতাত শুনা সাৰ পাছে ।
যেন মত নামৰ প্ৰভাৱ কহি আছে ॥৩৫৯॥
তীৰ্থ ফল কথন প্ৰস্তাৱে সুবিচিত্ৰ ।
শিৱ নামে বৈশ্ৰুত কহন্ত বিশ্বামিত্ৰ ॥
প্ৰসিদ্ধ তীৰ্থৰ নানা ফল বহুতৰ ।
কহিয়া আছন্ত যেন তীৰ্থ অনেকৰ ॥৩৬০॥
কদাচিতো জানা হৰিনাম কীৰ্ত্তনৰ ।
কোটি অংশো তীৰ্থ ফলে নুহি সমসৰ ॥

গোবিন্দ নামক যিটো নৰ বুদ্ধিমন্ত।
প্ৰতি দিনে দিনে সদা কীৰ্ত্তন কৰন্ত॥
শুনা যত যত ফল পাৱে সিটোজনে।
দুষ্কৃত্য ৰাশিত মুক্ত হোৱে তাৰক্ষণে॥
আদিত্যৰ প্ৰভা তুল্য তাৰ যশ ৰাশি।
কৰন্ত প্ৰকাশ বুক্ষ সকলে প্ৰকাশি॥৩৬২॥
তেজিয়া সংসাৰ খুদ্ৰ দুঃখ নিৰন্তৰ।
হোৱন্ত পৰম অতি শুদ্ধ সিটো নৰ॥
বিষ্ণুৰ কীৰ্ত্তন মহাধৰ্ম্ম আচৰন্তে।
পাৱন্ত মুকুতি পদ সংস'ৰত হন্তে॥৩৬৩॥
পৰম নিৰ্ম্মল তাৰ মহন্ত কীৰ্ত্তিক।
কৰন্ত দেৱতাগণে প্ৰশংসা অধিক॥
গৌৰ সংহিতাত কহি মহিমা নামৰ।
শততম সংহিতাত শুনা আত পৰ॥
নিৰন্তৰে তীৰ্থৰ কথন প্ৰস্তাৱত।
কন্ত ভগ'ন্তে ভৃগু মুনিৰ আগত॥
সাগৰ সঙ্গম গঙ্গা তীৰ্থৰ জলত।
তিনি সাতবাৰ মজি পাৱে ফল যত॥৩৬৫॥
ৰাম নাম কীৰ্ত্তন কৰন্তে নিৰন্তৰে।
তাৰ আঠ গুণ ফল শীঘ্ৰে পাৱে নৰে॥
যেন যেন ফল পাৱে সাগৰ স্নানত।
পাৱে সুখে নৰে মোৰ নাম কীৰ্ত্তনত॥৩৬৬॥

যতেক তীৰ্থৰ ফল লভিয়া সমস্ত ।
আত্মাতে সাযুজ্য পৈয়া হোৱয় পাচত ॥
বৈশানৰ সংহিতাত শুনা যেন নয় ।
নামৰ মহিমা কৰ্ম্ম কথন সময় ॥৩৬৭॥
পিপ্পল ৰাজাত শুকশৰ্ম্মা নিগদন্তি ।
হৰিৰ নামৰ শুনা মহিমা নৃপতি ॥
নানা দেৱ পূজা কৰে কুপাদি নিৰ্ম্মাণ ।
গঙ্গা আদি নানান তীৰ্থত কৰে স্নান ॥৩৬৮॥
যাগ যোগ যজ্ঞ দান নানা তীৰ্থ ব্ৰত ।
আচৰয় আনো কৰ্ম্ম ধৰ্ম্ম আছে যত ॥
আত হন্তে যত পুণ্য পাৱয় প্ৰধান ।
হৰি কীৰ্ত্তনক কেহোঁ নুহিকে সমান ॥৩৬৯॥
সিসব যতেক পুণ্য বিনাশী সকল ।
হৰিৰ কীৰ্ত্তনে দেই মহা মোক্ষফল ॥
ব্ৰহ্ম প্ৰোক্ত সংহিতাত শুনিয়ো সমস্ত ।
ভগৱন্ত ঈশ্বৰৰ নাম প্ৰস্তাৱত ॥৩৭০॥
বৌধায়ন আগে কৃষ্ণ দেৱৰ বচন ।
বোলন্ত শুনিয়ো তুমি থিৰ কৰি মন ॥
নানাবিধ ফল মোৰ নাম কীৰ্ত্তনৰ ।
শুনিয়ো ইহাত শ্ৰদ্ধা নকৰে বি নৰ ॥৩৭১॥
আৰু অৰ্থ বাদ মাত্ৰ কৰয় নামত ।
তাত পৰে অধম নাহিকে জগতত ॥

ইটো সংসাৰৰ ঘোৰ বহু দুঃখ চয় ।
তাহাতে ক্লেশ তাক কৰোহোঁ নিশ্চয় ॥৩৭২॥
শৰীৰক পীড়য় বিবিধ দুঃখগণে ।
দুৰ্জ্জয় বিকাৰ মাত্র সিটো সৰ্ব্বক্ষণে ॥
মনুষ্য শৰীৰ পায়া আমাক নভজে ।
এহি মাত্র দোষে ঘোৰ সংসাৰত মজে ॥৩৭৩॥
শুনিলা সমাজে ইটো কৃষ্ণৰ বচন ।
জানিয়া নেৰিবা হৰি নামৰ কীৰ্ত্তন ॥
এহিমানে থৈলোঁ কৃষ্ণ দেৱৰ বচন ।
পৰাশৰ সংহিতাত শুনা কৰি মন ॥৩৭৪॥
শাৰ কোৰ্ব্বক ব্যাস দেৱ নিগদতি ।
শুনিয়োক শাৰমোৰ বচন সম্প্রতি ॥
ব্যাধি হন্তে যত ঘোৰ দুঃখ উপজয় ।
জানা কদাচিতো ইটো তীৰ্থ নুগুচয় ॥৩৭৫॥
নানাবিধ ঔষধো নপাৰে গুচাইবাক ।
যেন মন্ত্রে গুচে ব্যাধি শুনা আবে তাক ॥
যেয়ে হৰিনাম মহা ঔষধ পিয়য় ।
গুচয় সমস্তে ব্যাধি নাহিকে সংশয় ॥৩৭৬॥
পৰম ঔষধ বাজা নাম মাধৱৰ ।
তুমিয়ো কৰিয়ো তাক পান নিৰন্তৰ ॥
তেবেসে গুচিবে তনু ব্যাধি সমস্তয় ।
তোমাৰ আগত মঞি কহিলো নিশ্চয় ॥৩৭৭॥

কোটি জন্মার্জ্জিত পাপ যতেক আছয় ।
সকবে ঔষধে শান্তি জানা মহাশয় ॥
হৰিনাম কীৰ্ত্তনেসে ঔষধ প্ৰধান ।
আছো আন কবে ভব ব্যাধিকো নিৰ্ব্বান ॥৩৭৮॥
নামব মহিমা ইটো কহিলোঁ সাক্ষাত ।
আত পবে শুনিয়োক সুশ্ৰুত সংহিতাত ॥৷
যাবকাব পতি কৃষ্ণ দেব কৃপাময় ।
কৃষ্ণনাম তাহান প্ৰধান অতিশয় ॥৩৭৯॥
এতেকেসে কৃষ্ণ কৃষ্ণ বুলি শুদ্ধ মনে ।
যাবা সবে শ্ৰদ্ধায় সুমৰে সৰ্ব্বক্ষণে ॥
বালক সকলো যদি কীৰ্ত্তন কবয় ।
জিনয় সংসাব ইটো জন্ম মৃত্যু ভয় ॥৩৮০॥
কাত্যায়ন সংহিতাত শুনা কবি মন ।
হৰিনাম কীৰ্ত্তনৰ যিমত লক্ষণ ।
নাম কীৰ্ত্তনত যত পুণ্য উপজয় ।
সংসাৰ তাৰক ইটো পৰম অক্ষয় ॥৩৮১॥
সিটো মহাপুণ্যগণ যিটো নলখিল ।
জানিবা নিশ্চয় তাক বিধিয়ে বঞ্চিল ॥
নানা ব্যাধি যুক্ত হয়া ঘোৰ সংসাৰত ।
কুবিবেক তাবা সবে জন্ম শত শত ॥৩৮২॥
হৰিব নামত অৰ্থ বাদ অতিশয় ।
যিটো নবে ইহাক মনত সজায়য় ॥

মনুষ্যের মধ্যে পরম পাপিষ্ঠ ।
নরকত সাক্ষাতে পরিবে নিষ্ঠে নিষ্ঠ ॥৩৮৩॥
জানি নামে অর্থ বাদ তেজি মহাজন ।
নকরি সংশয় নাম করিয়ো কীর্ত্তন ॥
এতেকে সংসার তরি সুখে পাইবা গতি ।
বৈশ্বানর সংহিতাত শুনিয়ো সম্প্রতি ॥৩৮৪॥
ভগবন্ত নামত মহিমা আছে যত ।
সিসব মহিমা কথনর প্রস্তারত
শ্রুতশর্ম্মা নৃপতির আগে অতিশয় ।
প্রবোধ বচন চন্দ্র শর্ম্মায়ে বোলয় ॥৩৮৫॥
শুনিয়ো নৃপতি মোর বচন সাক্ষাত ।
হরির নামর কহো মহিমা তোমাত ॥
হরিনামে কীর্ত্তনেসে ধর্ম্ম সর্ব্বোত্তম ।
নাহি কাল দেশ পাত্র ইসব নিয়ম ॥৩৮৬॥
নাহি নামে শৌচাশৌচ নিয়ম যতেক ।
কেবলে নামক মুখে উচ্চারি প্রত্যেক ।
রামরাম বুলি করি সম্যকে কীর্ত্তন ।
এতেকে মুকুত হোয়ে যেই সেই জন ॥৩৮৭॥
ভক্তিভাবে কৃষ্ণ কৃষ্ণ বুলি যিটো জন ।
নিতে রাত্রি দিনে করে মুখত কীর্ত্তন ॥
কোটি কোটি মহাপাতকত মুক্ত হয় ।
পরম পবিত্র হয়া সংসার তরয় ॥৩৮৮॥

অনন্ত নামক যিটো মুখে উচ্চাৰয় ।
গোবিন্দ নামক সদা কীৰ্ত্তন কৰয় ।
সমস্তে যোগত সিটো মুকুত হোৱয় ।
দুৰ্লভ মুকুতি পদ পাচত পাৱয় ।৩৯।।
নাম কীৰ্ত্তনৰ ফল কহিলোঁ সাক্ষাত ।
শুনা অনন্তৰে বৈশম্পায়ন সংহিতাত ॥
দিয়া অসংখ্যাত তুলা পুৰুষ দানক ।
তাত হন্তে নৰে পাৱে যিমত ফলক ।।৩১০।।
হৰিনাম সংকীৰ্ত্তন কৰি মুখে নৰে ।
সিটো ফল লভি মুক্ত হোৱে নিৰন্তৰে ॥
গোবধ সুৰা পান পাপ অতিশয় ।
যিটো পাপী নৰে কৰি থাকয় নিশ্চয় ।৩১১।
সিয়ো বাৰম্বাৰ হৰি নামক জপন্তে ।
হোৱয় পবিত্ৰ সিটো পাতকত হন্তে ।
নামৰ প্ৰসাদে হোৱে সাক্ষাতে মুকুত ।
হৰিৰ সাযুজ্য পদ পাৱে অদভুত ।৩১২।
পাতঞ্জল সংহিতাত শুনা আত পাচে ।
ঈশ্বৰ নামৰ যেন ফল কহি আছে ॥
শতে সমে সম্পূৰ্ণ পৃথিবী কৰি দান ।
তাত হন্তে নৰে ফল পাৱে বৰ্ত্তমান ।৩১৩।
সম্যকে কীৰ্ত্তন কৰি বাসুদেৱ নাম ।
সন্তে সিটো ফল পাৱে পুৰে মনকাম ।

ইটো পৃথিবীত বিটো নব যুক্তিমন্ত ।
বৃহবি নামক নিত্তে কীর্ত্তন কবন্ত ॥৩১৪॥
এতেকন্ত সমস্তে পাপন্ত মুক্ত হয় ।
হবিব সাযুজ্য পদ সাক্ষাতে পায়য় ॥
বৈশম্পায়ন সংহিতাত যেন হবি নাম ।
কীর্ত্তনব গুনা আক ফল অনুপাম ॥৩১৫॥
বিটোজন আতি সর্ব্ব ধর্ম্ম বহির্ভূত ।
হয়া আছে আক সর্ব্ব পাতকে যুগুত ।
সিয়ো বিষ্ণু কীর্ত্তনক কবন্তে সাক্ষাত ।
হোৱয় মুকুত নাহি সংশয় ইহাত ॥৩১৬॥
হবি কীর্ত্তনব আক মহিমা সাক্ষাত ।
শুনিয়োক বৃহত বশিষ্ঠ সংহিতাত ।
বাজ কুমাবক বাক্য বোলন্ত বশিষ্ঠ ।
বোলন্ত শুনিয়ো বাজপুত্র মহাশিষ্ট ॥৩১৭॥
মুব নামে অসুবক মাবি আছে হবি ।
এহি হেতু মুব জিত নাম আছে ধবি ॥
তাহান নামক মুখে কীর্ত্তন কবন্ত ।
শুনিয়োক যেন ফল পাবে তাত হন্তে ॥৩১৮॥
তেজিয়া সকল পাপ সমূহ নিশ্চয় ।
আব মুক্ত হয়া মহা সুকৃতি সঞ্চয় ॥
হোৱয় পবিত্র সিটো মনুষ্য মহন্ত ।
নাহি তাত পবে আব পবম শ্রীমন্ত ॥৩১৯॥

কহিন পদ্মাকো গৈয়া পায়য় পাচন্ত।
সুবর্ত্তিত কীর্ত্তনধ কহিলোঁ। মহন্ত॥
যিটোর্জনে কবি জানা হবিক আশ্রয়।
কৃষ্ণ কৃষ্ণ বাম বুলি কীর্ত্তন কবয়॥ ৪০০॥
অসংখ্যত বাজসূয় যজ্ঞ ফল যত।
সংক্ষেক পায়ে নবে নাম কীর্ত্তনত॥
শ্রীবাম চন্দ্রব গুণ নাম প্রতি নিতে।
ভক্তি ভাবে কীর্ত্তন কবয় এক চিত্তে॥ ৪০১॥
তাহাব ফলক কিবা কহিবোঁ। অধিক।
পাবে বচনব লিটো একান্ত ভক্তিক॥
আবে লীলাখরীত শুনিয়ো মহাজন।
কুর্ম্মধ্বজক প্রতি খাণ্ডিত্য বচন॥ ৪০২॥
কৃষ্ণ কৃষ্ণ কীর্ত্তন কবন্তে অতিশয়।
কহোঁ। তাত হন্তে যেন ফলক পাবয়॥
পিতৃ বধ মাতৃ বধ যদি কবে নবে।
মহা পাপ সুবাপান গুৰু ভার্য্যা হবে॥ ৪০৩॥
ইসব পাপত মুক্ত হোবয় সাক্ষাত।
নকবিবা মনে কিছু সংশয় ইহাত॥
আছে যত কোটি কোটি পবম দুবিত।
যিটো মনুষ্যত আসি হোৱে উপস্থিত॥ ৪০৪॥
বাম নাম কীর্ত্তন কবিয়া মুখে লয়ে।
অনায়াসে সমস্ত দুবিত দূব কৰে॥
৬ (ক)

অনন্তরে আৰু শুনিয়োক পাণ্ডিত।
নামৰ মহিমা যেন হয়াছে বিদিত ॥ ৪০৫ ॥
হয়া থাকে যুক্ত যদি ক্লেশ নিৰন্তৰ।
গৰ্ভৰোগ আদি যুক্ত হয়া থাকে নৰে ॥
সৰ্ব্ব পাপ যুক্ত হয়া থাকে যিটো জন।
ইসবো কৰিয়া মুখে নামক কীৰ্ত্তন ॥ ৪০৬ ॥
অনায়াসে সমস্তে দুঃখৰ এৰায় হাত।
পাৱে গৈয়া সনাতন ব্ৰহ্মক সাক্ষাত ॥
অগস্তি সংহিতা নামে প্ৰেসিদ্ধ কৃষ্ণৰ।
নামৰ শুনিয়ো যেন ফল মনোহৰ ॥ ৪০৭ ॥
ভক্তি ভাৱে শ্ৰীৰাম চন্দ্ৰৰ নাম গুণ।
ৰৱয় কীৰ্ত্তন যিটো পুৰুষ নিপুণ ॥
আছোক তাহাৰ যত আন ফলান্তৰ।
পৰম মুক্তিক সিটো পাৱয় বাক্যৰ ॥ ৪০৮ ॥
বিষ্ণু ধৰ্মোত্তৰ শাস্ত্ৰে প্ৰথম কাণ্ডত।
হৰি কীৰ্ত্তনৰ ফল কহে যত যত ॥
তাক থিৰ মনে শুনা সভাসদ লোক।
যাৰ যেন যত ইচ্ছা ফল সিদ্ধি হৌক ॥ ৪০৯ ॥
পশুৰামে প্ৰশ্ন কৰিলন্ত মহেশত।
শুনিয়া মহেশে কন্ত তাহাম আগত ॥
শুনিয়ো পৰশুৰাম থিৰ কৰি মন।
ভক্তি ভাৱে ঈশ্বৰক কৰন্তে কীৰ্ত্তন ॥ ৪১০ ॥

সুখে গৈয়া বিস্তাধৰ পদক পাৱয়।
অপেশ্বৰা গণে সমে আনন্দে বময় ॥
বাসুদেৱ নামৰ কীৰ্ত্তন মনোৰম।
পৰম মাঙ্গল্য ইসে পুণ্য সৰ্ব্বোত্তম ॥ ৪১১ ॥
ইহে বিনাশয় আতি সমস্তে পাপৰ।
মনুষ্যৰ আয়ুবৃদ্ধি কৰে নিৰন্তৰ ॥
যত ৰোগ দুঃখ শোক ইসে কৰে হত।
জানি নাম কীৰ্ত্তনক কৰিয়ো সতত ॥ ৪১২ ॥
সংসাৰৰ তিনি তাপে আৰ্ত্ত বিপৰিত।
নানা বিধ বিষাদে বিষণ্ণ অতি চিত্ত ॥
বিষয়ৰ পৰাভৱ সদা ভুঞ্চয়।
পৰম দুৰ্ঘোৰ ব্যাধি দুঃখক পচয় ॥ ৪১৩ ॥
নাৰায়ণ শব্দ মাত্ৰ কীৰ্ত্তন কৰিয়া।
হোৱে সুখী নিৰন্তৰে দুঃখক তৰিয়া ॥
জগতৰে ধাতা বাসুদেৱৰ কীৰ্ত্তন।
কৰে যিটো মহাজন সবে সৰ্ব্বক্ষণ ॥ ৪১৪ ॥
শুনিয়োক নৰোত্তম থিৰ কৰি চিত্ত।
তাহাৰা সবক ব্যাধি নপাৰে বাধিত ॥
যেনমতে জলে কৰে বহ্নি সংহৰণ।
আদিত্যে কৰয় যেন অন্ধকাৰ ছন্ন ॥ ৪১৫ ॥
সেহিমতে হৰি নাম কীৰ্ত্তনে নিশ্চয়।
কলি পাপ সমূহৰ শান্তিক কৰয় ॥

"ক্ষুধায়ে তৃষ্ণায়ে পীড়া করে অতিশয়।
অমন্তে পথত ভরি পিছলি পরয়॥ ৪১৬॥
ইসব প্রমুখ্যে আনো দুঃখ সমযত।
যিটো করে নামক কীর্ত্তন নিত্যাগত॥
তাহার সম্বন্ধে হোন্ত কেশর প্রসন্ন।
আনা মহাভাগ কৈলোঁ। স্বরূপ বচন॥ ৪১৭॥
ক্ষুধায়ে পিয়াহে রাখে পিছলে পথত।
ইসব সময়ে করি কীর্ত্তন মুখত॥
সমস্ত অনর্থে শীঘ্রে বিয়োগ হোবয়।
নকরিবা আত কিছু মনত সংশয়॥ ৪১৮॥
এহিমানে থৈলোঁ। ইটো প্রসঙ্গ সংহরি।
পুনরপি শুনা চিত্ত সাবধান করি॥
নারদক ভগবন্তে বুলিলা বচন।
শাস্ত্র তাৎপর্য্য শুনিয়োক তপোধন॥ ৪১৯॥
দুর্গম পথত মহা দুর্ঘোর বনত।
নানা ক্লেশ আপদত সম্ভ্রম কালত॥
শত্রুরে নিরোধ করে নিগ্রহ অনেক;
ইসব প্রমুখ্যে আনো আছয় যতেক॥ ৪২০॥
ইসব দুঃখত চিত্ত আনত নিদিব।
মোর নামে মোক মাত্র কীর্ত্তন করিব।
তুমিয়ো ইহাক জানি মাধবর নাম।
রাত্রি দিনে কীর্ত্তন করিয়ো অবিশ্রাম॥ ৪২১॥

এহিমানে তোম্মাখো কর্ত্তব্য তপোলয় r
আন্নয়ায়ে হুইবা সর্ব্ব পাপো বিমোক্ষণ ॥
নপাইবে তোমাক সংসারর একো দুঃখে।
পরম মুকুতি পদ লভিবাহা সুখে ॥ ৮২২ ॥
আত অনন্তরে শুনা সমাজিক জন।
মহেশক প্রতি ভগৱন্তর বচন ॥
শুনিয়োক শম্ভু তুমি হয়া সাৱধান।
তোমার আগত মঞি কহোঁ বিদ্যমান ॥ ৪২৩ ॥
পরম গোপনী ইটো মোর কৃষ্ণ নাম।
ই সি মহা মৃত্যু সঞ্জীৱনী অনুপাম ॥
ধরিয়ো চিত্তত তুমি বচন আম্মার
কহিলো তোম্মাত সত্যে বেদ তত্ত্ব সার ॥ ৪২৭ ॥
এহিমানে থৈলো ইটো কৃষ্ণ বাক্য চয়।
শসৌর ধর্ম্মোত্তরত শুনিয়ো যেন কয় ॥
নাম তার মণ্ডুক দানৱ এক জন।
তাহাক সম্বোধি সূর্য্যে বোলন্ত বচন ॥ ৪২৫ ॥
ভংৱন্ত ঈশ্বরর নামক কচিত
নকরিলি কীর্ত্তন আনন্দে দিযা চিত্ত ॥
সংসার চক্রত সিটো হরির কীর্ত্তনে।
মৃত্যুর মুখর মুক্ত করয় তেখনে ॥ ৪২৬ ॥
এহিমানে থৈলোহোঁ সূর্য্যর বাক্য যত।
শুনা যেন কহে আর ভবিষ্যোত্তরত ॥

---

বৃহৎ প্ৰণীত—সৌর ॥

কায় বাক্যমনে অতি পুৰুষে যতেক ।
অনেক দুষ্কৃত্য কৰ্ম্ম কৰিছে প্ৰত্যেক ॥ ৪২৭ ॥
ৰাম ৰাম বুলি কৰি সম্যকে কীৰ্ত্তন ।
সিটো পাতকত সদ্যে হোৱয় মোচন ॥
কোটি অসংখ্যাত পাপ আছে পুৰুষত ।
যদি অল্প হোৱে পাপ যদিবা বৃহন্ত ॥ ৪২৮ ॥
হৰিনাম কীৰ্ত্তনত সিটো পাপ চয় ।
পুনৰপি আৰ পুৰুষক নবাধয় ॥
জানি হৰি নামত কৰিয়ো মাত্ৰ ৰতি ।
বিষ্ণু ৰহস্যত আৰে শুনিয়োক সম্প্ৰতি ॥ ৪২৯ ॥
নামৰ মহিমা ব্ৰহ্মা কন্ত নাৰদত ।
'মাস উপবাস বিধি কথা প্ৰসঙ্গত ॥
বোলন্ত নাৰদ শুনা কৰিয়া উৎসুক ।
শুদ্ধ চিত্তে যিটো জনে স্মৰয় বিষ্ণুক ॥ ৪৩০ ॥
শৰীৰ তেজিয়া সিটো জন মহাশয় ।
পাৱে গৈয়া সুখে হৰিলোক অনাময় ॥
কহোঁ আৰু শুনিয়োক নামৰ মহত্ত ।
ক্ষৰে ধেনু দান কোটি সূৰ্য্য গ্ৰহণত ॥ ৪৩১ ॥
কৰে কল্প বাস গঙ্গা প্ৰয়াগ জলত ।
অযুতেক যজ্ঞ নৰে কৰে সুমহন্ত ॥
মেৰুৰ সমান কৰে সুৱৰ্ণক দান ।
ইসবত নৰে ফল পাৱে যত মান ॥ ৪৩২ ॥

জানিবাহা নিশ্চয়ে গোবিন্দ কীর্ত্তনর।
এক শত ভাগো সবে নোহে সমসর॥
এক ক্ষণ মুহূর্ত্তবা জানা যিটো নরে।
বাসুদেৱ নাম যেৱে কীর্ত্তন নকৰে॥ ৪৩৩॥
আত পৰে মহা হানি নাহি পুৰুষৰ।
তাকেসে বুলিয় মহা ছিদ্র নিৰন্তৰ॥
তাকেসে বুলিয় মোহ সেহিসে বিভ্ৰম।
পৰম আপদ আৰ নাহি আক সম॥ ৪৩৪॥
জানি বাসুদেৱ নাম কৰিয়ো কীৰ্ত্তন।
যিটো সবে দোষ নিৰন্তৰে হৌক ছন্ন॥
এহিমানে মাত্র জানিবাহা মহা জ্ঞান।
আকেসে বুলিয় মহা তপস্যা প্ৰধান॥ ৪৩৫॥
এহিসে পৰম তত্ত্ব জানিবা নিশ্চয়।
বাসুদেৱ বুল যিটো কীৰ্ত্তন কৰয়॥
সত্যযুগে ভক্তিভাৱে বৰিষ সাতক।
হৰিক অৰ্চ্চিয়া ফল পাৱয় যতেক॥ ৪৩৬॥
কলি যুগে জানিবা গোবিন্দ কীৰ্ত্তনত।
পৰিপূৰ্ণ যিটো ফল পাৱয় সমস্ত॥
যদি হোৱে নৰ মহা আনন্দিত চিত্ত।
অতিশয় দুঃখে আৰ্ত্ত হোৱে বিপৰিত॥ ৪৩৭॥
যদি হোৱে ক্ৰোধী মুহি হোৱে শান্তমন।
যেই সেই প্ৰকাৰ সমায়ে যিটো জন॥

হৰিক কীৰ্ত্তন মাত্ৰ কৰে ভক্তি ভাৱে ।
অনায়াসে সিটো নৰে বিষ্ণুপুৰ পাৱে ॥ ৪৩৮ ॥
নাৰদত কহু ব্ৰহ্মা ইসব বচন ।
জিহ্বাক সম্বোধি পাচে কৰন্ত প্ৰাৰ্থন ॥
হে জিহ্বা তঞি ৰস সাৰক জানস ।
তোৰ প্ৰিয় সদায় মধুৰ মহাৰস ॥ ৪৩৯ ॥
পৰম অমৃত আছে নাৰায়ণ নাম ।
কৰিয়োক জিহ্বা তাক পান অবিশ্ৰাম ॥
হে জিহ্বা আস্কাত নিস্নেহ ভৈল কিক ।
কেনে তঞি সৰ্ব্বদায় নভাৱা হৰিক ॥ ৪৪০ ॥
শুনিয়ো কল্যাণী হৰি বোল নিৰন্তৰে ।
হৰিসি পৰম নৌকা সংসাৰ সাগৰে ॥
দুষ্ট চিত্ত জনো যদি হৰি সুমৰয় ।
তাহাৰো সমস্ত পাপ তেখনে হৰয় ॥ ৪৪১ ॥
অনিচ্ছাতো ছুইলে যেন দহয় অগনি ।
সেহিমতে হৰি নাম ধৰ্ম্ম শিৰোমণি ॥
সমস্তে পাপকো হৰ পুৰে মনস্কাম ।
জানি নিৰন্তৰে নৰে বোলা ৰাম ৰাম ॥ ৪৪২ ॥

———— ঃ৹ঃ ————

# দুলড়ী

হৰি কীৰ্ত্তনৰ ফল মনোহৰ
শুনিলাহা নিৰন্তৰ ।
শুনিয়ো সাম্প্ৰত শিৱ ৰহস্যত
মহিমা শিৱ নামৰ ॥
শিৱ হেন ইটো দুগুটি অক্ষৰ
নাম মহা-মনোনিত ।
কোনোবা প্ৰমাদে যি সব মনুষ্যে
উচ্চাৰিল কদাচিত ॥ ৪৪৩ ॥
তাসম্বাত পৰে মহা ভাগ্য হীন
নাহিকে ইটো লোকত ।
পৰম দুঃখিত হুয়া প্ৰতিনিত
কৰয় শোক পাচত ॥
শিৱ হেন নাম শব্দ অনুপাম
আছয় হুয়া প্ৰখ্যাত ।
বশৱৰ্ত্তি মহা বচন সকল
মুখতে আছে সাক্ষাত ॥ ৪৪৪ ॥
তথাপিতো শিৱ বুলিয়া মনুষ্যে
নুচ্চাৰয় অনুক্ষণ ।
ঘোৰ নৰকত - পৰিয়া পচয়
দেখিয়োক মহাজন ॥

যি সব মনুষ্যে মহেশ্বৰ নাম
কপটে নিতে স্মৰয়।
তথাপিতো তনু তেজিয়া পাৱয়
শিৱ লোক অনাময় ॥ ৪৪৫ ॥
সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ
দ্বাপৰে পূজা কৰয়।
পাৱে যেন ফল কলিত শঙ্কৰ
কীৰ্ত্তনে তাক পাৱয় ॥
শিৱৰ নামৰ মহিমা কহিয়া
সম্বৰিলা এহিমানে।
ব্ৰহ্ম ৰহস্যত কহে যেন মত
শুনা তাক বিদ্যমানে ॥ ৪৪৬ ॥
যুধিষ্ঠিৰ নাম দ্বিজ অনুপাম
তান আগে ভগৱন্ত।
আপোন নামৰ কীৰ্ত্তন মহিমা
আপুনি প্ৰভু কহন্ত ॥
নিশ্চয় মোহোৰ নামক কীৰ্ত্তন
কৰে বা যদি জপয়।
মহত পাপত উদ্ধাৰো তাহাক
নাহিকে আত সংশয় ॥ ৪৪৭ ॥
কৃষ্ণৰ বচনে নামৰ মহিমা
কহি এহিমানে থওঁো।

তৈতে কর্ণধ্বজ বাজাৰ আগত
ব্ৰহ্মাৰ বচন কৈলো ।
শুনিয়ো নৃপতি তোমাত সম্প্ৰতি
কহোঁ সত্য স্বৰূপত ।
মোৰ ইটো বাণী সত্য হেন জানি
নিশ্চয় কৰা মনত ॥ ৪৪৮ ॥
হৰিৰ নামৰ সৰ্কীৰ্ত্তন বিনে
জানা ইটো পৃথিবীত ।
সংসাৰ দুঃখত মোচন কৰন্তা
নাহি আন কদাচিত ॥
ব্ৰহ্মাৰ বচন থৈয়া এহিমান
কহোঁ আৰু আতপৰ ।
তৈতে সুশৰ্ম্মাৰ আগে নাৰদৰ
বাক্য যেন মনোহৰ ॥ ৪৪৯ ॥
হেলায় যিজনে জগন্নাথ নাম
একবাৰ উচ্চাৰয় ।
নাহিকে সংশয় ব্ৰহ্ম হত্যা আদি
পাপত মুকুত হয় ॥
যতেক পৰম আচাৰ আছয়
জানা ইটো পৃথিবীত ।
সমস্তে বিহীন হয়া তপ আদি
ক্লেশে হয়া বিবৰ্জ্জিত ॥ ৪৫০ ॥

কেৱলে মুখত জগন্নাথ নামক
কৰয় মাত্ৰ কীৰ্ত্তন ।
সংসাৰ দুঃখত বঞ্চি মহা সুখে
পাৱে ব্ৰহ্ম সনাতন ॥
নাৰদ বচন খৈয়া এহিমান
কহয় বিষ্ণু ধৰ্ম্মত ।
চক্ৰায়ুধ ভগ বন্ত ঈশ্বৰৰ
নাম আছে যত যত ॥ ৪৫১ ॥
সিসব নামক জানিবা কেৱলে
কীৰ্ত্তন কৰৰ মাত্ৰ ।
ঈশ্বৰৰ নাম কীৰ্ত্তনত একো
নাহি কাল দেশ পাত্ৰ ॥
অশৌচাদি আনো একাৰে নিয়ম
নাহি হৰি কীৰ্ত্তনত ।
যিহেতু নামেসে সবাকো পবিত্ৰ
কৰে জানা স্বৰূপত ॥ ৪৫২ ॥
জ্ঞানে বা অজ্ঞানে উত্তম শ্লোকৰ
কীৰ্ত্তন কৰে নামক ।
পুৰুষৰ পাপ দহয় সমস্ত
অগনি যেন কাষ্ঠক ॥
ক্ষত্ৰ বন্ধু নাম জান এক জন
সমস্ত ধৰ্ম্ম বিহীন ।

আপোনাক নষ্ট কৰিলেক পাপ
আচৰিয়া ৰাত্রি দিন ॥ ৪৫৩ ॥
গোবিন্দ নামক উচ্চাৰি কেৱলে
কৰিলে ক্ষয় পাপক ।
পৰম নির্ম্মল চিত্ত হুয়া পাচে
পাইলে গৈয়া গোবিন্দক ॥
হৰি কীৰ্ত্তনেসে মাত্রু সমস্তৰে
নিৰন্ন শেষ সাধন ।
সিহেতু ইহাক জানা প্রশ্ন কৰি
কৰিলো উপবর্ণন ॥ ৪৫৪ ॥
কোন এক জন উপজিয়া আছে
ভৰত বংশত হন্তে ।
তাহাক সম্বোধি পৰম দয়ায়ে
কহয় কোনো মহন্তে ॥
প্ৰসঙ্গ নজানি বুলিলোঁ বচন
নেদিবা দোষ আমাক ।
ভাৰত বুলিযা সম্বোধিয়া কথা
কহে যেন শুনা তাক ॥ ৪৫৫ ॥
মহন্তে বোলন্ত শুনিয়ো ভাৰত
কহোঁ মঞি স্বৰূপত ।
সৰ্ব্বভাৱে তুমি তৈলা জয়াতুৰ
যিহেতু সবে পাপত ॥

সমস্তে আৰম্ভ          তেজিয়া কেৱলে
হয়ো নাৰায়ণ পৰ ।
ইটো জগতত          পৰম কুশল
নাহি আন আতপৰ ॥ ৪৫৬ ॥
আত অনন্তৰে,          শুনিয়ো তহিতে,
যেন প্ৰহ্লাদৰ বাক ।
পৰম ভকত          প্ৰহ্লাদে কহন্ত
হৰিনাম মহিমাক ॥
হৰি হেন ইটো          দুগুটি অক্ষৰে
জিহ্বাত· যাৰ থাকয় :
গঙ্গা গয়া কাশী          পুষ্কৰ সেতুক
যাইবে. তাৰ নলাগয় ॥ ৪৫৭ ॥
অশ্বমেধ নৰ          মেধ আদি যজ্ঞে
সদক্ষিণে যজি নৰে ।
পায়ে যেন ফল          সমস্তে তাহাক
সাধে হৰি দুঅক্ষৰে ॥
ব.ৰানসী কুৰু          ক্ষেত্ৰ নিমিষত
পুষ্কৰত পুৰ্ণ্য যত ।
পায়ে নিৰন্তৰে          হৰি দু-অক্ষৰে
সাধয় তাক সমস্ত ॥ ৪৫৮ ॥
ঋক যজু সাম          অথৰ্ব্ব বেদক
পঢ়ি পায়ে যেন ফল ।

হৰি হেন ইটো দুগুটি অক্ষৰে
মিলাৰে তাক সকল ॥
সহস্রেক কোটি কৰিয়া গোদান
অযুত কন্যাৰ দানে।
পাৰে যেন কাল হৰি দুঅক্ষৰে
সাধে তাক বিদ্যমানে ॥ ৪৫৯ ॥
হৰি হেন ইটো দুগুটি অক্ষৰ
আক যিটো উচ্চাৰয় ।
দুৰ্গম পথত প্রাণ পয়াণত
সম্বল ইসি অক্ষয় ॥
জন্ম মৃত্যু ময় দুৰ্ঘোৰ সংসাৰ
মহাব্যাধি অতিশয় ।
হৰি ইটো হেন দুগুটি অক্ষৰ
ঔষধ গুৰ নিশ্চয় ॥ ৪৬০ ॥
শোক দুঃখ ক্লেশ আদি পুৰুষক
পীড়া কৰে বিদ্যমান ।
দুটয় অক্ষৰ হৰি নামে মাত্র
কৰে তাক পৰিত্রাণ ॥
তাৰক দেৱতা হৰি দু-অক্ষৰ
নামক যিটো স্মৰয় ।
অসাৰ সংসাৰ সাগৰত ইসে
অধিক ৰূপে তৰয় ॥ ৪৬১ ॥

হৰি হেন ইটো দুগুটি অক্ষৰ
জিহ্বাত যাৰ থাকয়।
সৰ্ব্বকে জিনি পায়ে পৰম্পদ
হৰিক পায়ে নিশ্চয়॥
দুটয় অক্ষৰ হৰিৰ নামৰ
বলৰ নাহিকে সীমা।
সংসাৰ বিনাশে হৰিক প্ৰকাশে
হেনসে আৰ মহিমা॥ ৪৬২॥
জানি মহাজন হৰিৰ কীৰ্ত্তন
নেৰিবাহা কদাচিত।
আত পৰে আৰ নাহি মহা ধৰ্ম্ম
দুৰ্ঘোৰ ইটো কলিত॥
চিত্ত বিত পাত্ৰ সবাকো মলিন
কৰিলেক পাপী কলি।
বিচাৰি দেখিয়ো সংসাৰ মধ্যত
আত পৰে নাহি বলি॥৪৬৩॥
কেৱলে হৰিৰ নাম কীৰ্ত্তনেসে
কলিৰ বল টুটায়ে।
পাপক সংহৰি সংসাৰ নিস্তৰি
দুৰ্লভ মুকুতি পাৱে॥
ইটো পৰমাৰ্থ জানিয়া মুখত
নেৰিবা হৰিৰ নাম।

দুকখ সাগৰে বোলে নিৰন্তৰে
এ কি হৈলা ৰাম ৰাম ॥৪৬৪॥

পদ

হৰিৰ নামৰ নাহি কৰিবেক সীমা।
শিৱৰ ধৰ্ম্মে শুনা ৰুদ্ৰ নামৰ মহিমা ॥
ৰুদ্ৰ বুলি যিজনা সদায় কীৰ্ত্তন কৰয়।
জানিবা স্বৰূপে তাৰা মনুষ্য নোহয় ॥ ৪৬৫ ॥
ৰুদ্ৰ লোকত হন্তে সবে আসিয়া আছয়।
তেৱা সবে ৰুদ্ৰ ভক্ত নাহিকে সংশয় ॥
দুগুটি অক্ষৰ হৈবা শিৱ হেন নাম।
এহিমানে পৰম মন্ত্ৰ আতি অনুপাম ॥ ৪৬৬ ॥
যিমান এতা শিৱ এহিসে আতিশয়।
তৈলৰ বিন্দু পৰি যেন জলক ব্যাপয় ॥
শিৱ দুই অক্ষৰ উচ্চাৰে এক বাৰ।
মুকুতিক যাইতে গতি ভৈল কাচপাৰ ॥ ৪৬৭ ॥
নমস্কাৰ আদি যুক্ত হুয়া নিৰন্তৰ।
শিৱ হেন নাম ইটো দুগুটি অক্ষৰ ॥
জিহ্বাৰ অগ্ৰত যাৰ প্ৰৱৰ্ত্তে কেৱল।
সিটো মনুষ্যৰ জানা জীৱন সফল ॥ ৪৬৮ ॥
দিনতে নিশাতে বা সন্ধ্যা সময়ত।
বিৰূপাক্ষ বুলি যাবা স্মৰে সতত ॥

নাহি মহা ভাগ্যৱন্ত তাসৱাত পৰ ।
জানা দ্বিজোত্তম তাৰা সৰ নৰেশ্বৰ ॥ ৪৬৯ ॥
ৰুদ্রক কীৰ্ত্তন যাৰা সদায় কৰয় ।
সুহি এক বাৰমাত্র যদি উচ্চাৰয় ॥
শত জন্ম কৃত যত পাতক আছয় ।
সমস্তে পাপত তাৰা মুকুত হোৱয় ॥ ৪৭০ ॥
শিৱ নাম কীৰ্ত্তনৰ কহি মহিমাক ।
বৈৰিঞ্চি সৰ্ব্বস্বে যেন কহে শুনা তাক ॥
হৰিৰ নামৰ কীৰ্ত্তনত হন্তে নৰ ।
সঙ্গে মুক্ত হোৱে মহা পাপ সমূহৰ ॥ ৪৭১ ॥
হৰি কীৰ্ত্তনত মহা ভাগ্য মিলে যাৰ ।
দুৰ্ঘোৰ সংসাৰ সাগৰত পাৱে পাৰ ॥
যত পাপ উপজয় কলিৰ দোষত ।
কোন চিত্র শীঘ্রে নামে কৰিবেক হত ॥ ৪৭২ ॥
শিৱ সৰ্ব্বস্বত আৰু শুনিয়ো সকল ।
ৰাম নাম কীৰ্ত্তনৰ কহে যেন ফল ॥
কলিৰ দোষত পাপ যত উপজয় ।
তাৱতেসে সিটো ইটো দেহত থাকয় ॥ ৪৭৩ ॥
তাৱতেসে ভয় প্ৰবৰ্ত্তয় পুৰুষত ।
ৰামক কীৰ্ত্তন নৰে নকৰে যাৱত ॥
জানি ৰাম নাম সৱে কৰিয়ো কীৰ্ত্তন ।
কলি দোষ আদি দুঃখ সৱে হৌক ছন্ন ॥ ৪৭৪ ॥

চ্যবন শ্ৰুতিত পুনু শুনা এক মনে ।
কহে যেন মতি প্ৰায়চিত্ত প্ৰকৰণে ॥
এহিমানে শুনি শ্ৰুতি স্মৃতি প্ৰধানত ।
ইটো ৰাম নামে মাত্ৰ স্মৰণি সতত ॥ ৪৭৫ ॥
আত পৰে পূণ্য শ্ৰেষ্ঠ নাহি ত্ৰিভুৱনে ।
জানি ৰাম নাম মাত্ৰ স্মৰা সৰ্ব্বক্ষণে ॥
ৰাম নাম কীৰ্ত্তন কৰন্তে আতিশয় ।
তাৰক ব্ৰহ্মক গৈয়া নিশ্চয়ে দেখয় ॥ ৪৭৬ ॥
প্ৰায়শ্চিত্ত প্ৰকৰণে মাণ্ডব্য শ্ৰুতিত ।
নামৰ মহিমা শুনিয়োক দিয়া চিত্ত ॥
নামত সুশৰ্ম্মা এক ব্ৰাহ্মণ মহন্ত ।
তাহান আগত ঋষি মাণ্ডব্যে কহন্ত ॥ ৪৭৭ ॥
বোলন্ত শুনিয়ো মোৰ বচন সুশৰ্ম্মা ।
দেখো লেখা যত যত আছে মন্দ কৰ্ম্মা ॥
সুৰা পায়ী স্বৰ্ণ হাৰী চোৰ ভগ্নব্ৰত ।
অশুচি পাতকী ব্ৰাহ্মণক কৰে হত ॥ ৪৭৮ ॥
স্বাধ্যায় বৰ্জ্জিত পাপী লুব্ধক দুষ্কৃত ।
অসতী স্বৰুলি পতি বঞ্চক দুৰ্নীত ॥
খণ্ডিয়া তিমিৰো ভাত পাবে খাইবাক ।
জানিবাহা কুণ্ডাশি পাতকী বুলি তাক ॥ ৪৭৯ ॥
দ্বিজ হুয়া দধি দুগ্ধ ঘৃতক বিকয় ।
সোম বিক্ৰয়ী পাপী তাহাক বোলয় ॥

ইসব প্ৰমুখ্যে পাপী আছে যত যত।
পাৱয় মুকুতি বিষ্ণু নাম কীৰ্ত্তনত ॥ ৪৮০ ॥
সি সব পাতক নহে ইটো পৃথিবীত।
হৰি নামে নপাৱয় যাক সংহৰিত ॥
হেনৱা হুইবেক ইটো মনত সংশয়।
যেৱে হৰিনামে সব পাপ কৰে ক্ষয় ॥ ৪৮১ ॥
তেৱে কেনে হৰি নাম নকৰি বিদিত।
ঋষি গণে বিহিলন্ত আন প্ৰায়শ্চিত্ত ॥
শুনিয়ো সিদ্ধান্ত আক তেজিয়া সংশয়।
নিবিহিল হৰি নাম অতিৰেক ভয় ॥ ৪৮২ ॥
মঙ্গলৰো সুমঙ্গল ইটো হৰি নাম।
কীৰ্ত্তনত সাধে ধৰ্ম্ম অৰ্থ মোক্ষ কাম ॥
হেন হৰি নাম ইটো প্ৰায়শ্চিত্ত অৰ্থে।
কি কাৰণে তাক আমি বিহিবোহোঁ ব্যৰ্থে ॥ ৪৮৩ ॥
কোন তুচ্ছ আতি ইটো পাপগণ যত।
নানা তীৰ্থ ব্ৰত দানে কৰে তাক হত ॥
অল্প পাতকৰ অৰ্থে বহু প্ৰায়শ্চিত্ত।
বিহে খিতো হোৱে তাত দোষ বিপৰিত ॥ ৪৮৪ ॥
যেহেন পোষণ সিংহ আছে গৃহস্থত।
প্ৰমত্ত হস্তীকো তত কালে কৰে হত ॥
কুকুৰ শৃগাল মাত্ৰ লাগে খেদাইবাক।
কদাচিতো গৃহস্থে মেলিয়া নেদে তাক ॥ ৪৮৫ ॥

যেহি মতে তুষ্ট হৈটো পাপ প্ৰায়শ্চিত্ত ।
ধৰ্ম্ম সিংহ নাম নিবিহিলা কদাচিত ॥
আৰু এক অভিপ্ৰায় শুনা কহো তাক ।
জানে যেবে নৰে হৰি নাম মহিমাক ॥ ৪৮৬ ॥
তেবেসবে তেজি নাম কৰিয়া কীৰ্ত্তন ।
অনায়াসে মুকুতি লভিব সৰ্ব্বজন ॥
হৰ কীৰ্ত্তনৰ হৈটো তেজ অদভুত ।
ইহাৰ কীৰ্ত্তনে হুইবে জগাত মুকুত ॥ ৪৮৭ ॥
সদ্যমুক্তি প্ৰসঙ্গক ভয়ে মুনি গণে ।
নকহিলা হৰি নাম এহিসে কাৰণে ॥
এহি অতিবেক ভয় বুদ্ধগণ যত ।
আনি প্ৰায়শ্চিত্ত বিহিলন্ত তীৰ্থ ব্ৰত ॥ ৪৮৮ ॥
ইসব প্ৰসঙ্গ থৈলো সংহৰি প্ৰত্যেক ।
চতুৰ্ব্যূহ চিন্তামণি নামে গ্ৰন্থ এক ॥
তাত যেন কহি আছে শুনা কৰি মন ।
ভগৱন্ত প্ৰতি ৰুদ্ৰ দেৱৰ বচন ॥ ৪৮৯ ॥
বোলন্ত শুনিয়ো বিষ্ণু বচন আম্মাৰ ।
যি হেতু কৰিলোঁ নাম কীৰ্ত্তন তোম্মাৰ ॥
এহিসে কাৰণে ভৈলোঁ পৰম পৱিত্ৰ ।
সৰ্ব্বজন পূজ্যমঞি ভৈলোহোঁ বিচিত্ৰ ॥ ৪৯০ ॥
তুমিসে হৰাহা সমস্তৰে পাপ চয় ।
এহিসে কাৰণে হৰি তোম্মাক বোলয় ॥

রুদ্রব বচনে ইটো: কবিলোঁ প্রচাব।
নামত বৈষ্ণব চিন্তামণি গ্রন্থ সাব॥ ৪৯১॥
শুনিয়োক তাত থিব মনে বুদ্ধ জন।
নাবদক প্রতি যুধিষ্ঠিবব বচন॥
বোলন্ত নাবদ শুনা মোহোব বচন।
শুনি আছোঁ আমি নানা বিধ ধর্ম্মগণ॥ ৪৯১॥
নানান ধর্ম্মব নানা ফল অপর্য্যন্ত।
কোনে কহি তাক কবিবাক পাবে অন্ত॥
অ'বে হবি নামব কীর্ত্তন ফল যত।
শুনিবাক ইচ্ছা মাত্র কবোহোঁ মনত॥ ৪৯৩॥
হবি নাম কীর্ত্তনব যেন মহা ফল।
কহিয়োক মুনি তাক অ'মাত সকল॥
যুধিষ্ঠিব বচন শুনিয়া মনোহব।
আতিশয় আনন্দ মিলিল নাবদব॥ ৪৯৪॥
সহজে তাহান হবি কীর্ত্তনব ভবে।
মহাপ্রেম আনন্দ সুগুচে নিবন্তবে॥
সর্ব্ব অঙ্গ পুলকিত বোমাঞ্চ শবীব।
হবিষব বেগত চক্ষুব ঝুবে নীব॥ ৪৯৫॥
মুখত নিতান্তে হবি নাম সুগুচয়।
চিত্তত হবিব ৰূপ সদা প্রকাশয়॥
হেন মহা আনন্দে নাবদ মুনিবব।
দিলা পাচে শ্রীত্রে যুধিষ্ঠিবব উত্তব॥ ৪৯৬॥

বেদান্ত শুনিয়ো যুধিষ্ঠিৰ নৃপবৰ।
হৰি কীৰ্ত্তনৰ ফল শুনা মনোহৰ॥
জানিবা নিশ্চয়ে হৰি নাম কীৰ্ত্তনত।
নাহিকে নিয়ম কাল দেশ আদি যত॥ ৪৯৭॥
হৰি কীৰ্ত্তনক একো ছিদ্ৰ নপাৱয়।
নকৰিবা ৰাজা আত কিঞ্চিতো সংশয়॥
কামৰ নিয়ম যত আছয় স্নানত।
যজ্ঞত আছয় কাল নিয়ম সমস্ত॥ ৪৯৮॥
কালৰ নিয়ম মহা মন্ত্ৰৰ জাপ্যত।
নামত নিয়ম নাহি পৃথিবী তলত॥
থিতাস্তে থাকন্তে মুহি পন্থক ভ্ৰমন্তে।
মন্ত্ৰক জপন্তে মুহি ভোজন কৰন্তে॥ ৪৯৯॥
জলক পিয়ন্তে মুহি বচন বোলন্তে।
আনো নানা বিধ নৰে কৰ্ম্ম আচৰন্তে॥
ইসব সময়ে কৃষ্ণ কীৰ্ত্তন কৰন্তে।
হোৱয় মুকুত পাপ কৱচত হন্তে॥ ৫০০॥
সেহিসে কৰিলে স্নান সমস্তে তীৰ্থক।
সেহিসে দীক্ষিত ভৈল সমস্তে যজ্ঞক।
সমস্তে দানৰ ফল পাইলে সি সি জন।
সদায় হৰিক যিটো কৰয় কীৰ্ত্তন॥ ৫০১॥
ইহাক জানিয়া যুধিষ্ঠিৰ নৃপবৰ।
সবে পৰিহৰি কৰা কীৰ্ত্তন কৃষ্ণৰ॥

এহিমানে থৈলোঁ নাৰদৰ বাক্য যত।
শুনা আৰে উমা মহেশ্বৰ সংবাদত॥ ৫০২॥
পাৰ্ব্বতীক প্ৰতি শিৱ বোলন্ত বচন।
শুনিয়ো পাৰ্ব্বতি তুমি থিৰ কৰি মন॥
ৰামৰ নামৰ ইটো কীৰ্ত্তন নিশ্চয়।
নিৰন্তৰে সমস্তে পাপক নিবাৰয়॥ ৫০৩॥
সেহি মোক্ষ প্ৰায়শ্চিত্ত সমস্ত পাপৰ।
সমস্তে প্ৰাণীৰ মুক্তি দাতা শ্ৰেষ্ঠতৰ॥
জানিয়া পাৰ্ব্বতী তুমি ইটো ৰাম নাম।
নেৰিবাহা মুখত কীৰ্ত্তন অবিশ্ৰাম॥ ৫০৪॥
এহিমানে থৈলোঁ মহেশ্বৰ বাক্যচয়।
শুনিয়োক থিৰ চিত্তে অপাৰ নিৰ্ণয়॥
নামৰ মহিমা কহি শ্ৰুতি সংহিতাত।
আগম শাস্ত্ৰক আৰে শুনিয়ো সাক্ষাত॥ ৫০৫॥
প্ৰথমতে বৃহত গৌতমী আগমত।
কহিছা আছন্ত হৰি নামৰ মহত্ত॥
ইহলোকে কুষ্ঠ ৰোগী হোৱে যিটো নৰ।
শিশুবধ ব্ৰহ্মবধ পাপ গুৰুতৰ॥ ৫০৬॥
ইসব প্ৰমুখ্যে আনো যত পাপ চয়।
এক বাৰ মাত্ৰ হৰি নাম উচ্চাৰয়॥
শুনিয়োক পৰম আশ্চৰ্য্য আতিশয়।
এক্ষেকতে তাৰ সবে পাপ দূৰ হয়॥ ৫০৭॥

আত পৰে শুনিয়োক বিষ্ণু যামলত ।
কুশধ্বজ ঈশ্বৰ সংবাদ প্ৰস্তাৱত ॥
শ্ৰীকৃষ্ণ দেৱক সম্বোধি ভগৱন্ত ।
আপোন নামৰ সত্য মহিমা কহন্ত ॥ ৫০৮ ॥
মনুষ্য লোকত ইটো মোৰ নাম চয় ।
শ্ৰৱন শ্ৰদ্ধায়ে যিটো কীৰ্ত্তন কৰয় ॥
শিশুনৰ কোটি অসংখ্য অপৰাধ চয় ।
ক্ষেমোহোঁ নিশ্চয় আত নহিকে সংশয় ॥ ৫০৯ ॥
মোৰ জগন্নাথ নাম আছি মনোনিত ।
যাৰাসবে কীৰ্ত্তন কৰয় প্ৰতি নিত ॥
তাসম্বাৰ অপৰাধ কোটি অসংখ্যাত ।
কৰিবহোঁ ক্ষমা নাহি সংশয় ইহাত ॥ ৫১০ ॥
ভগৱন্ত বচনক থৈলোঁ এহিমানে ।
গৌতমী তন্ত্ৰত আৰে শুনা একমনে ॥
শিৱ নৃপতিৰ আগে নাৰদে কহন্ত ।
বোলন্ত শুনিয়ো ৰাজা মহা ভাগ্যৱন্ত ॥ ৫১১ ॥
সিমন্ত পাতক নতু শুনিয় লোকত ।
যাক হৰি নামে সুহি দহিবে শকত ॥
যেন মহা অগনিক, তৃণে লোজোৰয় ।
হৰি নাম বহ্নিৰ মহিমা সেহিনয় ॥ ৫১২ ॥
নাৰদ বচনে কহি মহিমা নামৰ ।
আশ্বলায়ণ তন্ত্ৰে শুনিয়োক আতপৰ ॥

বিষ্ণুৰ অনন্ত তেজ নাহি পৰিমাণ।
তাহান যতেক নাম আছে বিদ্যমান॥ ৫১৩॥
সৰ্ব্ব ধৰ্ম্ম বহিৰ্ভূত হুয়া অতিশয়।
সি সবে নামক যাবা কীৰ্ত্তন কৰয়॥
তাৰা সবে পাৱে গৈয়া পৰম গতিক।
নামৰ মহিমা কিবা কহিবোঁ অধিক॥ ৫১৪॥
নাম কীৰ্ত্তনন্ত পৰে ধৰ্ম্ম নাহি আন।
বৈদিকি তন্ত্ৰত আৰে শুনা বিদ্যমান॥
ইন্দ্ৰদ্যুম্ন নৃপতিত ব্ৰহ্মাই কহন্ত।
বোলন্ত শুনিয়ো মহা নৃপতি মহন্ত॥ ৫১৫॥
সমস্তে তন্ত্ৰত আতি গুপ্ত নিৰন্তৰ।
হেন জগন্নাথক পূজিয়ো নৃপবৰ॥
গুহ্যতো পৰম গুহ্য জগন্নাথ নাম।
তাক মাত্ৰ কীৰ্ত্তন কৰিয়ো অবিশ্ৰাম॥ ৫১৬॥
তেজিয়া আলাস বিটো নৰ মহাজন।
জগন্নাথ নাম নিতে কৰয় কীৰ্ত্তন॥
সমস্তে পাপত মুক্ত হুয়া অতিশয়।
কৰ্ম্ম বন্ধ তেজি পৰম ব্ৰহ্মক পাৱয়॥ ৫১৭॥
এহিমানে সম্বৰিলোঁ ব্ৰহ্মাৰ বচন।
[illegible] তন্ত্ৰত শুনিয়ো মহাজন॥
জগন্নাথ নামৰ কথনৰ প্ৰস্তাৱত।
কহন্ত নাৰদে মহা বৈষ্ণৱ সবত॥ ৫১৮॥

আছয় যতেক নাম ঈশ্বৰ কৃষ্ণৰ।
জগন্নাথ নাম সমস্তৰে মুকুতা॥
শুনিয়ো বৈষ্ণৱ সব কহোঁ স্বৰূপত।
তাত পৰে শ্ৰেষ্ঠ নাম নাহি ত্ৰৈলোক্যত॥ ১৯॥
নোপজে সিমত পুণ্য গঙ্গাৰ স্নানত।
নপাৱে সিমত বাৰাণসী গমনত॥
কৰি নৰে জগন্নাথ নাম কীৰ্ত্তনক।
পৰম আনন্দে পাৱে কৈৱল্য পদক॥ ২০॥
এহিমানে থৈলন্ত বচন নাৰদৰ।
শুনিয়ো মহন্ত সবে আত অনন্তৰ॥
নাৰায়ণ তন্ত্ৰে প্ৰায়শ্চিত্ত পটলত।
তাৰ্ক্ষ্য'ই কহন্ত কৃমি লোমাৰ আগত॥ ২১॥
শুনিয়োক কৃমিলোমা আত্মাৰ বচন।
মহাপাপ ব্ৰহ্মবধ কৰে যিটো জন॥
ব্ৰাহ্মণৰ সুবৰ্ণক হৰিয়া থাকয়।
যিটো দ্বিজে সুৰা পান পাপ আচৰয়॥ ২২॥
ইয়ো সবে নাৰায়ণ কৰিয়া কীৰ্ত্তন।
নাহিকে সংশয় মহা পাপত মোচন॥
শুনিয়ো কাশ্যপ পক্ষিৰাজ আগমত।
কহে যেন ভগৱন্ত ভক্তি প্ৰকাৰত॥ ২৩॥
নাৰদক প্ৰতি কৃষ্ণ দেৱৰ বচন।
বোলন্ত শুনিয়ো মহা ঋষি তপোধন॥

* তাৰ্ক্ষ — কশ্যপ মুনি।

মনুষ্য মধ্যত যাবাসব সর্ব্বোত্তম।
মোৰ ৰাম নাম পদ অতি মনোৰম॥ ৫২৪॥
নিৰন্তৰে গ্ৰহণ কৰন্তে ভক্তি ভাৱে।
বুদ্ধিত সাক্ষাত তাৰা মোক লাগ পাৱে॥
মোক দেখি মহা হৰিষৰ নাহি পাৰ।
সৰ্ব্ব অঙ্গ পুলকিত হোৱে তাসম্বাৰ॥ ৫২৫॥
আমাত পৰম প্ৰেম মিলে অতিশয়।
নিৰ্ম্মল আনন্দ সুধা ৰসক পিয়য়॥
ভকতিৰ মোক্ষ ফল কৈলো মনোহৰ।
আৰু শুনা তাৰা যেন পাৱে ফলান্তৰ॥ ৫২৬॥
দুৰ্ঘোৰ সংহাৰ ইটো পৰম দুস্তৰ।
পুত্ৰ ভাৰ্য্যা আদি গ্ৰাহে ক্ষত্ৰ নিৰন্তৰ।
নানা বিধ তৃষ্ণা মহাজলে আছে ভৰি।
মোৰ ভক্ত সবে ইটো সমুদ্ৰ নিস্তৰি॥ ৫২৭॥
মোতে পুনু হোৱে তাৰা প্ৰবেশ সাক্ষাত।
নাম কীৰ্ত্তনৰ ফল কহিলোঁ তোমাত॥
কৃষ্ণৰ বচনে কহি নামৰ মহত।
কহোঁ আৰু ৰাম ভৰতাদি সংবাদত॥ ৫২৮॥
ইটো পৃথিবীত কত নাহি উপজয়।
উপজি উপজি কত নতুবা মৰয়॥
তাহাৰ মাজত যাৰা সব বুদ্ধিমন্ত।
হৰিৰ নামক মাত্ৰ কীৰ্ত্তন কৰন্ত॥ ৫২৯॥



তাব্যসবে মুক্ত হয় ইটো সংসাৰত।
নকৰিবা কিঞ্চিতেকো সংসয় মনত ॥
বশিষ্ঠ উত্তৰত শুনিয়োক আত পৰ।
কহে যেন ফল হৰি নাম কীৰ্ত্তনৰ ॥ ৫৩০ ॥
যিটো জনে হৰি পূজা কৰে এক চিত্তে।
হৰি নাম কীৰ্ত্তন কৰয় প্ৰতি নিতে ॥
সিসি কৰিলেক স্নান সমস্তে তীৰ্থত।
ভৈলেক দীক্ষিত সিসি সমস্তে যজ্ঞত। ৫৩১ ॥
শুনিয়োক আৰু যেন শুনা খণ্ডাস্তৰে।
শ্ৰীনৰ সিংহ বুলি বাৰেক উচ্চাৰে ॥
জয় নৰ সিংহ বুলি পুনুহো স্মৰে।
জয় জয় নৰসিংহ বোলে অনন্তৰে ॥ ৫৩২ ॥
শ্ৰীনৰ সিংহ জয় নৰ সিংহ জপি।
জয় জয় নৰসিংহ বোলে পুনৰপি ॥
এহি মতে নৰসিংহ নাম যিটো নৰে।
তিনি সাত বাৰ এক চিত্তে জাপ্য কৰে ॥ ৫৩৩ ॥
শুনিয়ো ইহাৰ মহা ফল যেন মত।
শত সংখ্যা ব্ৰহ্মহত্যা পাপ কৰে হত ॥
নাৰসিংহ মালিকাত বহিস্কৃত লোকচয়।
গোবিন্দ নামৰ অপৰাধৰ নিৰ্ণয় ॥ ৫৩৪ ॥
তাৰো পদ কৰো বাক্য পালি মহন্তৰ।
ইহাত আমাক দোষ নেদিবা কিঙ্কৰ ॥

পদ্ম পুৰাণৰ স্বৰ্গ খণ্ডত নিশ্চয় ॥
নামৰ মহিমা কহি আছে যেন নয় ॥ ৫৩৫ ॥
আক এক চিত্তে আৰে শুনিয়োঁ সাম্প্ৰত ।
পুচিলন্ত নাৰদে সনত কুমাৰত ॥
নাৰদ বদতি শুনা মুনি সমস্তয় ।
তোৰাসব গোবিন্দৰ প্ৰিয় অতিশয় ॥ ৫৩৬ ॥
ভগৱন্তে কহিছে অধৰ্ম্ম যত যত ।
নিৰন্তৰে মনুষ্যৰ ধৰ্ম্ম কৰে হত ॥
সিসব অধৰ্ম্ম কেন মতে নষ্ট হয় ।
কহিয়োক তোৰাসবে আমাত নিশ্চয় ॥ ৫৩৭ ॥
সনত কুমাৰে শুনি দিলন্ত উত্তৰ ।
শুনিয়োঁ নাৰদ তুমি প্ৰিয় গোবিন্দৰ ॥
গোবিন্দৰ ধৰ্ম্ম তুমি জানাহা সাক্ষাত্ত ॥
তথাপিতো প্ৰশ্ন তুমি কৰিলা আম্মাত ॥ ৫৩৮ ॥
মিলোক মুকুতি বুলি সমস্তে লোকৰ ।
কৰিলাহা প্ৰশ্ন সংসাৰতে শ্ৰেষ্ঠতৰ ॥
গোবিন্দৰ ধৰ্ম্ম সাবধানে শুনিয়োক ।
সমস্তে আচাৰ হীন ভৈল যিটো লোক ॥ ৫৩৯ ॥
শঠ বুদ্ধি জগতকে বঞ্চে যিটো নৰে ।
সংস্কাৰ হীন আতি ভৈল নিৰন্তৰে ॥
সদায় মুগুচে আতি দম্ভ অহঙ্কাৰ ।
শুৰা পায়ী পৈশুন্য পৰম দুৰাচাৰ ॥ ৫৪০ ॥

নিষ্ঠুৰ বচন সুগুচয় দিনে ৰাতি ।
পৰম পাতকী আতি যত অন্ত্য জাতি ॥
আনো যত পুত্ৰ দাৰা ধনত নিৰত ।
সবাতে অধম আনো আছে যত যত ॥ ৫৪১ ॥
শ্ৰীগোবিন্দৰ পদ পঙ্কজ দুতয় ।
তাত যদি শুদ্ধ ভাৱে শৰণ লৱয় ॥
সমস্তে পাপত শুদ্ধ হোৱয় সাক্ষাত ।
কহিলো নাৰদ ইটো স্বৰূপ তোমাত ॥ ৫৪২ ॥
দেৱতো উত্তম হৰি কৰুণা সাগৰ ।
যাত হন্তে মুকুত হোৱয় চৰ চৰ ॥
যিটো পাপমতি নৰ অতি দুৰাশয় ।
তাহান পৰম অপৰাধ আচৰয় ॥ ৫৪৩ ॥
ভজিলে তাহাকো ৰক্ষা কৰা দেৱহৰি
ইটো সত্য নাৰদ জানিবা নিষ্ঠ কৰি ॥
সৰ্ব্ব অপৰাধ যদি কৰিয়া থাকয় ।
সবাকো এৰাইবে কৰি হৰিক আশ্ৰয় ॥ ৫৪৪ ॥
পশুতো অধম পাপমতি যিটো নৰে ।
হৰিৰো পৰম অপৰাধক আচৰে ॥
সিবো যেবে কৰে তান নামক আশ্ৰয় ।
হৰিদ্ৰোহ পাতকত হন্তে নিস্তাৰয় ॥ ৫৪৫ ॥
সমস্তৰে পৰম সুহৃদ হৰি নাম ।
সুমৰন্তে সাধে ধৰ্ম্ম অৰ্থ মোক্ষ কাম ॥

তাৰো অপৰাধ কৰে যিটো মন্দ মতি।
নিশ্চয়ে জানিবা সিটো যইবে অধোগতি॥ ৫৪৬॥
পুছিলন্ত শুনিয়া নাৰদ মহামতি।
শুনিয়ো মুনীন্দ্ৰ মোত কহিয়ো সম্প্ৰতি॥
সিটো কোন কোন আতি অপৰাধ চয়।
ভগৱন্ত নামৰ দ্ৰোহক আচৰয়॥ ৫৪৭॥
মনুষ্যৰ নিৰন্তৰে পুণ্য কৰে ছয়।
পুনৰপি কৰে আতি প্ৰাকৃত লক্ষণ॥
সনত কুমাৰে শুনি দিলন্ত উত্তৰ।
নাম অপৰাধ কহো শুনা মুনিবৰ॥ ৫৪৮॥
মহন্ত সবক নিন্দা কৰে যিটো নৰ।
নামৰ পৰম অপৰাধ শ্ৰেষ্ঠতৰ॥
নামৰ প্ৰখ্যাত আতি হোৱে যাত হন্তে।
নামেকি সহিবে পাৰে তাহাক নিন্দন্তে॥ ৫৪৯॥
শিৱৰ বিষ্ণুৰ যত গুণ নাম চয়।
তাক ভেদ বুদ্ধি কৰে যিটো দুৰাশয়॥
জানিবা নামৰ ইটো অপৰাধ অতি।
আপোনাক আপুনি কৰিলে সিটো শাস্তি॥ ৫৫০॥
যিটো উপদেশ দাতা গুৰুক নিন্দয়।
জানা সিটো নাম অপৰাধ অতিশয়॥
বেদ শাস্ত্ৰ নিন্দা কৰে যিটো নৰাধম।
নাম অপৰাধী আৰ নাহি আক সম॥ ৫৫১॥

নসহয় পাপে শুনি নামৰ মহত্ত ।
কৰে অৰ্থ বাদ অতি হৰিৰ নামত ॥
নামেকি এতেক কাৰ্য্য সধিপাক পাৱে ।
এহি বুলি নামক নসহে দুৰাচাৰে ॥ ৫৫১ ॥
জানিবা নামৰো ইটো অপৰাধ আতি ।
দূতে নিয়া নৰকত কৰিবেক শাস্তি ॥
নামৰ বলত ৎ।কি পাপ আচৰয় ।
তাক যম নিয়মেযো শুদ্ধ নকৰয় ॥ ৫৫৩ ॥
সিটো মহা অপৰাধ জানিবা নামৰ ।
নৰক যতনা ভুঞ্জিবেক নিৰন্তৰ ॥
ধৰ্ম্মব্ৰত দান হোম আদি কৰি যত ।
নানা বিধ শুভ ক্ৰিয়া আছয় লোকত ॥ ৫৫৫
প্ৰমাদত নামে সমে কৰয় সম্মান ।
নাম অপৰাধী সিটো জানিবা প্ৰধান ॥
নপাতয় কাণ শ্ৰদ্ধা নাই লব লেশ ।
তাকো যিটো জনে দেই নাম উপদেশ ॥ ৫৫৫ ॥
সি য়া নাম অপৰাধী জনিবা নিশ্চয় ।
আপোনাৰ দোষে দুঃখ পাৱে দুৰাশয় ॥
শুনিয়া নামৰ মহা মহিমা পৰম ।
তথাপি নামত প্ৰীতি নকৰে অধম ॥ ৫৫৬ ॥
নাম অপৰাধী ইটো পৰম দুৰ্ঘোৰ ।
নৰক যাতনা ভুঞ্জি নপাইবেক ওৰ

নামৰ মহিমা শুনি' কাণো নপাতয় ।
আপোনাৰ মহত্ত আপুনি বখানয় ॥ ৫৫৭ ॥
আস্বাত কৰিয়া ইসি ভক্ত অতিশয় ।
এহি বুলি হৰি ভকতক বিকর্থয় ॥
নাম অপৰাধী ইটো জানিবা প্রত্যেক ।
নানান নিকাৰ দুঃখ ভুঞ্জয় অনেক ॥ ৫৫৮ ॥
এহি দশ অপৰাধ হৰিৰ নামৰ ।
নিশ্চয় কৰিয়া জানিবাহা মুনিবৰ ॥
কৃপায়ে শঙ্কৰে আক কহিলা অস্মাত ।
আনো মহা মুনি সব অছিল সাক্ষাত ॥ ৫৫৯ ॥
হৰিৰ নামেসে মুনি জানিবা নিশ্চয় ।
মনুষ্যৰ নিৰন্তৰে মোক্ষক সাধয় ॥
হেনয় নামৰ অপৰাধ যত যত ।
তেখনে বৰ্জ্জিব আক শুনিল মাত্রত ॥ ৫৬০ ॥
শুনি নাম অপৰাধ যিটো নবর্জ্জয় ।
সংসাৰ দুঃখত খেদ পাইব অতিশয় ॥
মাতৃক ক্রোধিয়া অন্ন নকৰি ভোজন ।
ক্ষুধাৰ পীড়াক দুঃখ পাৱে শিশুগণ ॥ ৫৬১ ॥
তুমিয়ো তেজিয়ো নাম অপৰাধ গণ ।
হৰিৰ নামত মাত্র কৰিয়ো যতন ॥
নামেসে পুৰিব তযু যত মনোনিত ॥
নপাইবা আনত হস্তে সুখ কদাচিত ॥ ৫৬২ ॥

নাম অপৰাধ চয় শুনি নিৰন্তৰে ।
পুনৰপি পুছিলা নাৰদ মুনিবৰে ॥
কহিয়োক মুনি তুমি মোৰ বিদ্যমানে ।
বিষয়ক মাত্ৰ যাৰা প্ৰিয় বুলি মানে ॥ ৫৬৩ ॥
জ্ঞান বিৰক্তি বিবৰ্জ্জিত নিৰন্তৰ ।
দেহ পুত্ৰ ভাৰ্য্যা ধন তাতে তত্পৰ ॥
ইটো মহা ঘোৰ নাম অপৰাধ চয় ।
কিমতে তাৰাক পৰাভৱ নকৰয় ॥ ৫৬৪ ॥
সনত কুমাৰে নাৰদৰ প্ৰশ্ন শুনি ।
দিলন্ত সিদ্ধান্ত পাছে আক মনে গুনি ॥
শুনিয়ো নাৰদ তুমি পৰম মহন্ত ।
নাম অপৰাধীক হৰিয়ো নৰাখন্ত ॥ ৫৬৫ ॥
হৰিবো পৰম দ্ৰোহী যিসব নিষ্ফল ।
তাসম্বাকো ৰাখে নামে দেখা কেন বল ॥
হেনয় নামৰ অপৰাধী যিটো নৰ ।
নামেসে কেৱলে ৰাখে জানা মুনিবৰ ॥ ৫৬৬ ॥
নামক কেৱলে মাত্ৰ পশিয়া শৰণ ।
নামকেসে কীৰ্ত্তন কৰিব সৰ্ব্বক্ষণ ॥
অবিশ্ৰান্তে হৰিৰ নামক সুমৰন্তে ॥
হৈবেক মুকুত নাম অপৰাধ হন্তে ॥ ৫৬৭ ॥
শুনিয়ো নাৰদ ইটো স্বৰূপ বচন ।
নাম অপৰাধ হীন হৈল যিটো জন ॥

যিতব লৈখেক নাম নলাগে তাহাৰ
এক হৰি নামে কৰে সংসাৰ নিস্তাৰ ॥ ৫৬৮ ॥
শুদ্ধাশুদ্ধ বৰ্ণ নাহি বিচাৰ নামত ।
শুনে বা বোলে বা নাম স্মৰে বা মনত ॥
একেকতে হৰি নাম কৰাৱে মোচন ।
ইটো সত্য নিশ্চয়ে জানিবা তপোধন ॥ ৫৬৯ ॥
দেহ পুত্ৰ দ্বাৰা ধন ইহাৰ নিমিত্ত ।
নানা বিধ নিষেধ আচৰে প্ৰতি নিতে ॥
তাৰা যদি সেহি নাম কীৰ্ত্তন কৰয় ।
জাগা তাসম্বৰ শীঘ্ৰে ফল নধৰয় ॥ ৫৭০ ॥
পৰম ৰহস্য ইটো নামৰ মহত ।
শঙ্কৰতহন্তে মঞি শুনিলোঁ পূৰ্ব্বত ॥
সমস্তে অশুভ যত তাহাকো হৰয় ।
নাম অপৰাধ ঘোৰ তাকো নিবাৰয় ॥ ৫৭১ ॥
যিটো বিষ্ণু নাম অপৰাধী আতিশয় ।
পাঠ মাত্ৰকতে তাসাম্বাৰ মোক্ষ হয় ॥
পৰম মহিমা শুনা বিষ্ণুৰ নামৰ ।
যিটো জনে কীৰ্ত্তন কৰয় নিৰন্তৰ ॥ ৫৭২ ॥
সি জনৰ সাত গোটা কাৰ্য্য সাধে আতি ।
দেখো প্ৰতি প্ৰতি লেখা শুনা কাণ পাতি ॥
প্ৰথমতে নিৰন্তৰে পাপক হৰয় ।
উপজাৱে সংসাৰৰ যত পুণ্য চয় ॥ ৫৭৩ ॥

স্বর্গ আদি পান ভোগ আছয় যতেক ।
তাত হন্ত বিবর্জিত মিলয়ে প্রত্যেক ॥
হাবসে পৰম কষ্ট ইটো জগতৰ ।
তান শ্রীপদ যুগ মহা মনোহৰ ॥ ৫৭৪ ॥
তাহাত পৰম প্রেম ভক্তি উপজাৰে ।
বিষ্ণুৰ পৰম তত্ত্ব জ্ঞান সুখে পাৱে ॥
সংসাৰ ভৱ বীজ মায়াসে নিশ্চয় ।
হৰিনাম বহ্নি তাক দগধ কৰয় ॥ ৫৭৫ ॥
মহন্ত পুৰুষ পূর্ণানন্দ দেৱ হৰি ।
ক্ষেত্রে এবে পুৰুষক থৈলা এক কৰি ॥
কেৱেসে হৰিৰ নাম হোৱে উপশান্ত ।
নামৰ মহিমা ইটো কহিলোঁ একান্ত ॥ ৫৭৬ ॥
হেন জানি কৰা ৰতি নাম কীৰ্ত্তনত ।
নাম অপৰাধ গ্ৰন্থ ভৈল সমাপত ॥
ইটো শ্লোক চয় নাহি নাম মালিকাত ।
তথাপি কৰিলো পদ সুহৃষিৰা আত ॥ ৫৭৭ ॥
পদ কৰিবাক মোক বুলিলা মহন্তে ।
আত যেন দোষ ক্ষমন্তোক ভগৱন্তে ॥
যাৰা সবে ইটো নাম মালিকা ৰচিল ॥
তাৰা সবে যেন আৰ মহিমা কহিল ॥ ৫৭৮ ॥
তাক থিৰ চিত্তে শুনা সভাসদ লোক ।
কৃষ্ণ নাম মালিকা শুনিতে ৰতি হোক ॥

কৃষ্ণ আদি করি নাম করয় বিস্তার ।
হেন নাম মালিকা রচিল গ্রন্থসার ॥ ৫৭৯ ॥
আর যিটো জনে কণ্ঠে ভুষণ করয় ।
সিজনর নাহি আর কদাচিতো ভয় ॥
হরি নাম মালিকা রচিল মহাজনে ।
ইটো মালা যার কণ্ঠে শোভে সর্ব্বক্ষণে ॥ ৫৮০ ॥
সিটো সংসারত আর মরি সুপজয় ।
শুচয় সমস্তে ক্লেশ কৃতার্থ কোরয় ॥
যেহেন বণিয়াগণে অনেক যতনে ।
গাঢ়য় বিচিত্র মালা সুবর্ণে রতনে ॥ ৫৮১ ॥
সেহিমতে অনেক গ্রন্থক মহাজনে ।
বিচারি আনিল সার অনেক যতনে ॥
গ্রন্থিলা নামর মালা অতি সুবিচিত্র ।
সমস্তরে মোক্ষ দাতা পরম পবিত্র ॥ ৫৮২ ॥
ইটো নাম মালিকা পুস্তক বুদ্ধ জন ।
সদা পাঠ বিচার করিয়ো শুদ্ধ মন ॥
শ্রীমন্ত পুরুষোত্তম দেব গজ পতি ।
পরম মহন্ত অতিশয় শুদ্ধ মতি ॥ ৫৮৩ ॥
তাহান সংগ্রহ ইটো অতি মনোগত ।
হরি নাম মালিকা সম্পুর্ণে সমাপত ॥
শুনা সভাসদ দুঃখ হোক উপশম ।
পরম হরিষে ডাকি বোলা রাম রাম ॥ ৫৮৪ ॥

———:০:———

# দুলড়ী ।

জয় জয় লক্ষ্মী নাৰায়ণ ৰজা
নৃপতিৰ অগ্ৰগণি ।
যাহাৰ নিৰ্ম্মল যশস্যা সকলে
ঢাকিল টৈটো ধৰণী ॥
বুদ্ধিত সুধিৰ নিৰ্ম্মল শৰীৰ
সাগৰ যেন গম্ভীৰ ।
ধৰ্ম্মময় চিত্ত জগতে বিদিত
সমস্ত গুণ মন্দিৰ ॥ ৫৮৫ ॥
জানি শাস্ত্ৰতত্ত্ব ঈশ্বৰ কৃষ্ণত
যাহাৰ একান্ত মন
কৈবো গুণ কত যাহাৰ মুখত
শুণুচে হৰি কীৰ্ত্তন ॥
যিটো দয়াময় উপ ধৰ্ম্ম চয়
কৰিয়া দূৰ সম্প্ৰতি ।
দণ্ডি পাষণ্ডক সমস্তে লোকক
কৰান্ত হৰি ভকতি ॥ ৫৮৬ ॥
যাৰ প্ৰসাদত ইটোলোক যত
ঈশ্বৰ কৃষ্ণৰ পাৱে ।
কৰি এক মন কৃষ্ণৰ কীৰ্ত্তন
কৰয় শুদ্ধ স্বভাৱে ॥

রাজনীতি ধর্ম্মে থাকিয়া সদাই
প্রজা করি প্রতিপাল ।
কৃষ্ণ ভকতি প্রচারি সবংশে
জীবন্তোক চিরকাল ॥ ৫৮৭
তানে মহা পাত্র নামে বিকশাঙ্ক
সমস্ত গুণ সাগর ।
যাহার সভাত স্তুচে সংস্কৃত
বিচার শত শাস্ত্রর ॥
অতি শুদ্ধ বুদ্ধ নাহি কাম ক্রোধ
পরম নির্ম্মল মতি ।
বুদ্ধি শাস্ত্র তত্ত্ব ঈশ্বর কৃষ্ণত
করন্ত মাত্র ভকতি ॥ ৫৮৮ ॥
ধর্ম্ম অনুপাম মাধবর নাম
জানিয়া আর মহত ।
আপুনিও লন্ত আনকো লয়ান্ত
হরির নাম নিত্য গত ॥
করুণা সদন পাষণ্ড মর্দ্দন
নাহিকে যার সমান ।
যাহার ভয়ত্ত পাষণ্ড সমস্ত
কাম্পো ভর ভরি মান ॥ ৫৮৯ ॥
যার প্রসাদত কৃষ্ণত ভকতি
কৃষ্ণে আনো যত লোক ।

নপাউক প্ৰমাদে হৰিৰ প্ৰসাদে
চিৰকাল জীয়ন্তোক ॥
সদয় হৃদয় তেন্তে মহাশয়
দিলা তাক অনুমতি ।
সৰ্ব্ব শাস্ত্ৰ সাৰ নাম মালিকাৰ
পদ কৰিবাক প্ৰতি ॥ ৫৯০ ॥
ত'ন আজ্ঞা ব'ণী মনে অনুমানি
কৰিয়া গ্ৰন্থ বিচাৰ ।
যেন লৈলে মনে পৰম যতনে
ৰচিলো আমি পয়াৰ ॥
শুনা বুদ্ধ লোক ক্ষমিয়োক মোক
পদত দেখি দূষণ ।
মহন্ত সবৰ মহা মনোহৰ
ক্ষমাসে মাত্ৰ ভূষণ ॥ ৫৯১ ॥
মনুষ্য লোকত মোত পৰে মহা
মূৰ্খ নাহি আন জন ।
নাহি একো গুণ নুহিকো নিপুণ
অতিশয় কুণ্ঠ মন ॥
কৃষ্ণৰ প্ৰসাদে গুৰু সুপ্ৰসাদে
তথাপি ৰচিলো পদ ।
আমাৰ দোষক ক্ষমি একমনে
শুনিয়োক সভাসদ ॥ ৫৯২ ॥

পদ ৰচনাত যিদোষ দেখাহা
তেজিয়োঁ তাক সকল ।
কুশলৰ অর্থে কৰিয়ো গ্রহণ
কৃষ্ণৰ নাম মঙ্গল ॥
পৰম নির্ম্মল যদি গঙ্গাজল
মৃত্তিকা পাত্রে থাকয় ।
পাত্রৰ দোষত থাকি গঙ্গাজল
কমনে তেজি আছয় ॥ ৫৯৩ ॥
মোৰ পদ ভৈল মৃত্তিকাৰ পাত্র
গঙ্গাজল হৰি নাম ।
পাত্র দোষ তেজি শুনিয়ো উৎসুকে
যাৰ মুকুতিক কাম ॥
গ্রন্থ বহির্ভূত যিটো বঢ়া দেখা
নেদিবা দোষ ইহাত ।
ব্যাসমহা কবি তেস্তো প্রসঙ্গত
বঞ্জনা দেন্ত কথাত ॥ ৫৯৪ ॥
শ্লোকৰ অর্থত অন্তৰ দেখিয়া
নকৰিবা অসন্তোষ ।
ভ্রান্তি আশকতি আশয় প্রমাদে
পুৰুষৰ চাৰি দোষ ॥
ইসব দোষত থাকিয়া হঠাতে
আনত আন আশয় ।

আক আমি মহা মূৰ্খ হেন জানি
ক্ষমিবাক যোগ্য হয় ॥ ৫৯৫ ॥
হৰিৰ নামৰ উচ্চ নিচ নানা
শুনিলাহা ফল যত্ত ।
সকাম নিষ্কাম পাত্ৰ অনুসাৰে
কৰিলা ঋষি সমস্ত ॥
নিষ্কামী সবৰ এক গোটাফল
কেবলে হৰি কীৰ্ত্তন ।
বুদ্ধি অনুসাৰে নানা বিধ কাম
কৰে নানা বিধজন ॥ ৫৯৬ ॥
সমস্তে পাপৰ প্ৰায়শ্চিত্ত হেতু
কতো লোয়ে হৰিনাম ।
কতো পুণ্য ফল প্ৰাপতিৰ হেতু
কৰো মুকুতিক কাম ॥
এহি নানা বিধ পাত্ৰক দেখিয়া
শাস্ত্ৰ কৰ্ত্তা নিৰন্তৰ ।
অনেক প্ৰকাৰে কৰিলা নিবন্ধ
মহিমা হৰি নামৰ ॥ ৫৯৭ ॥
নানা ফল শ্ৰুতি দেখায়া লোকক
কৰাইলা শ্ৰদ্ধা নামত ।
কামনাক সিদ্ধ কৰি মহা সুখে
মুকুতি পাইব পাচত ॥

অন্যত্র প্ৰকাৰে যদি কদাচিত
কামনা সিদ্ধ কৰয় ।
সংসাৰতে ভ্ৰমি মৰে কদাচিত্তো
তৰিবাক নপাৰয় ॥ ৫৯৮ ॥
হেন জানি সভা সদ নিৰন্তৰে
কৰিয়ো ৰতি নামত ।
আনপৰে ধৰ্ম্ম নাই নাই নাই
দুৰ্ঘোৰ ইটো কলিত ॥
যদি পাপী কলি সমস্তে ধৰ্ম্মক
কৰিলে দূৰ সম্প্ৰতি ।
হৰি কীৰ্ত্তনৰ প্ৰচাৰে যাইবাক
নাহিকে তাৰ শকতি ॥ ৫৯৯ ॥
এহি হেতু ইটো কলিত প্ৰধান
ভৈল মাধৱৰ নাম ।
মহা পাপী অন্ত্য জাতিয়ো কীৰ্ত্তন
কৰি পাৱে মোক্ষ কাম ॥
কলি দোষ আদি একোয়ে বিঘিনি
নাহিকে হৰি নামত ।
যতেক বিঘিনি আছে সংসাৰত
নামে কৰে সবে হত ॥ ৬০০ ॥
বিঘিনি বৰ্জিত হৰিৰ নামত
লৈয়োক সাৱে শৰণ ।

অস্থির জীৱন কাৰ কেতিক্ষণ
মিলয় আসি মৰণ ॥
ভাৰত ভূমিত কলিৰ যুগত
দুৰ্লভ মনুষ্য কায়া।
আক পায়া যিটো কীৰ্ত্তন নকৰে
তাক বন্ধে বিষ্ণুমায়া ॥ ৬০১ ॥
কৰি কৃতাঞ্জলি বোলোহোঁ বিনতি
শুনিয়োক সৰ্ব্বলোক।
হৰিৰ নামক কৰিয়ো কীৰ্ত্তন
জনম সাফল হোক ॥
যতেক দেখাচা পুত্ৰ দাৰা ধন
বিজুলী যেন চঞ্চল।
এতিক্ষণে আছে এতিক্ষণে নাই
বিনাশী ইটো সকল ॥৬০২ ॥
ইহাৰ আগত নকৰিয়ো ব্যৰ্থ
দুৰ্লভ মনুষ্য তনু।
কোটি কোটি কল্প মন্বন্তৰো আৰ
আক নপাইবা পুনু ॥
হেন জানি আন আশা দূৰ কৰি
হৰিত লৈয়ো শৰণ।
সৰ্ব্ব শিৰোমণি হৰিৰ নামক
কৰিয়ো মাত্ৰ কীৰ্ত্তন ॥ ৬০৩ ॥

নমো নমো কৃষ্ণ প্ৰভু কৃপাময়
দেৱোৰো দেৱ প্ৰধান।
সৰ্ব্বভাৱে তযু পায়ে নমস্কাৰ
কৰো লক্ষকোটি মান॥
বুদ্ধিত থাকিয়া যেন অনুমতি
দিলা তুমি কৃপাময়।
সেহি অনুসাৰে তোমাৰ নামৰ
বিৰচিলো পদ চয়॥ ৬০৪॥
নামক বৰ্ণনা কৰন্তে আমাৰ
পৰিল ছিদ্ৰ যতেক।
নিজ কৃপাগুণে সন্তোষে আপুনে
ক্ষমিয়ো তাক প্ৰত্যেক॥
আপুনি বুলিছা মোহোৰ নামক
যি জনে কীৰ্ত্তন কৰে।
তাহাৰ যতেক অপৰাধ সিয়ো
ক্ষমা কৰো নিৰন্তৰে॥ ৬০৫॥
তাকে জানি তযু নামক বৰ্ণনা
কৰিলো জানি নজানি।
ইহাত আম্মাৰ অপৰাধ ক্ষমা
কৰিয়োক চক্ৰপাণি॥
মোৰ দুৰাচাৰ ভকতো কৃতাৰ্থ
হোৱে বুলি আছা বাণী।

মুক্তি মহা দুৰ্ৰা চাৰ তয় পাৰ্ছে

শৰণ পশিলো জানি ॥ ৬০৬ ॥

আপোনাৰ নিজ বাণী সত্য কৰি

নৱঞ্চিবা প্ৰভু মোক।

মোৰ আন কাম নাহি তয় পাৱে

নিৰ্ম্মল ৰতি নিলোক ॥

যেন সৰ্ব্বক্ষণে আম্মাৰ বদনে

নছাড়ে তোম্মাৰ নাম।

এহি অনুগ্ৰহ কৰিয়োক মোক

ডাকি বোলো ৰাম ৰাম ॥ ৬০৭ ॥

